# "১৮৫৭"

( নাটক )



শ্ৰীযুগল কুমাৰ দাস
গুৱাহাটী

১৯৬২ চন।

প্ৰথম প্ৰকাশ— ১৯৬২ চন।

প্ৰকাশক— যুগল দাস।

মুদ্ৰাকৰ— যব প্ৰিণ্টাৰ্চ, গুৱাহাটী ?

বেটুপাত— যুগল দাস।

বেচ— খনে তিন টকা মাথোঁন।



যব প্ৰিণ্টাৰ্চ, কলেজ হোষ্টেল ৰ'ড, গুৱাহাটীৰ শ্ৰীবিনয় তালুকদাৰৰ দ্বাৰা মুদ্ৰিত আৰু নাট্যকাৰৰ দ্বাৰা প্ৰকাশিত।

# উছৰ্গা

*অভিনয়ৰ লগত মোৰ প্ৰথম পৰিচয় কৰি দিয়ে,*
*মোৰ সহপাঠী বাল্যবন্ধু ৺গিৰিশ বৰুৱাই ।*

তেওঁৰ পৰিত্ৰ স্মৃতিত—

**'১৮৫৭'**

উছৰ্গা কৰিলোঁ।

লিখক—

# পাতনি

১৯৫৩ চনতে শ্ৰীসৰ্ব্বাকাৰৰ ১৮৫৭ চন নামৰ চিপাহী বিদ্ৰোহৰ বিষয়ে লিখা কিতাপখন পঢ়িছিলো। সেই কিতাপখন পঢ়ি নাটক এখন লিখিবলৈ ধাউতি হ'ল। কিন্তু দুটা বাধা পালোঁ। প্ৰথমতো হ'ল নাটক লিখাৰ অনভিজ্ঞতা আৰু আৰু আনটো হ'ল বিক্ষিপ্ত চিপাহী বিদ্ৰোহৰ সমগ্ৰ ভাৰতত ঘটা ঘটনাৱলী একত্ৰিত কৰি মুঠা বন্ধা। কিবা এখন লিখি উলিয়ালোঁ আৰু সেই দৰে বহুদিন পৰি থাকিল ।

১৯৫৭ চনত চিপাহী বিদ্ৰোহৰ শত বাৰ্ষিকী সমগ্ৰ ভাৰতত পালন কৰা হ'ল। এই উপলক্ষে নগাঁৱৰ উদ্দীয়মান ইউনাইটেড আৰ্টিষ্ট এচোছিয়েচনে প্ৰথম অৱস্থাৰ নাটকখন মঞ্চস্থ কৰি লিখকৰ পৰম উপকাৰ সাধিলে। নাটকখনৰ খুত চকুত পৰাত তাক পুনৰ সাল-সলনি কৰা হ'ল। এতিয়া ৰাইজৰ আশীষ লৈ তাক প্ৰকাশ কৰিবলৈ আগ বাঢ়িলোঁ।

নাটকখন প্ৰণয়নয়ত পাৰ্য্যমানে বুৰঞ্জীৰ সত্যতা ৰক্ষা কৰিবলৈ চেষ্টা কৰা হৈছে। কেৱল ইংৰাজ অলেখ বিষয়াৰ চৰিত্ৰৰ সলনি মাত্ৰ দুজন বিষয়াৰ চৰিত্ৰ প্ৰতিক স্বৰূপে অৱতীৰ্ণ কৰা হৈছে। সকলোবোৰ চৰিত্ৰ সন্নিবিষ্ট কৰিব লাগিলে নাটক নহৈ বুৰঞ্জী হব। মণিৰাম দেৱানৰ সন্দৰ্ভত দিল্লীশ্বৰৰ লগত কাল্পনিক ভাবেহে যোগাযোগ কৰা হৈছে। ঐতিহাসিক এই ক্ৰুটি মাৰ্জনীয়।

নাটকখন লিখাত শ্ৰীসৰ্ব্বাকাৰ '১৮৭৫' শ্ৰীবেণুধৰ শৰ্ম্মাৰ 'মণিৰাম দেৱান' শ্ৰীসুকুমাৰ ৰায়ৰ 'ভাৰত বৰ্ষেৰ স্বাধীনতা যুদ্ধেৰ ইতিহাস' আৰু শতবাৰ্ষিকী উপলক্ষে লিখা অনেক প্ৰৱন্ধৰ সহায় লোৱা হৈছে। লিখক তেখেতসকলৰ ওচৰত ঋণী থাকিলোঁ।

নাটকখন প্ৰথম মঞ্চস্থ কৰাৰ বাবে নগাৱঁৰ ইউনাইটেড আৰ্টিষ্ট এচোছিয়েচনৰ সভ্যসকলক আন্তৰিক শলাগ লৈছোঁ। হাতে লিখা অৱস্থাত চাইচিতি আৰু বুদ্ধি পৰামৰ্শ দিয়াৰ বাবে সৰ্ব্বশ্ৰী সাৰদা বৰদলৈ, সত্যপ্ৰসাদ বৰুৱা আৰু দ্বীজেন গোস্বামীক অন্তৰৰ কৃতজ্ঞতা জনাইছোঁ।

ভাতৃসম শ্ৰীবিনয় তালুকদাৰৰ 'তাগিদ' নোপোৱা হলে নাটক ছপা শাললৈ ইমান সোনকালে নাযায়। তেওঁক মোৰ মৰম আৰু শলাগ জনালোঁ।

নাটকৰ সাৰ্থকতা অভিনয়ত। অভিনয়ৰ উপযুক্ত হ'লে পৰম আনন্দৰ কথা। ৰাইজে পঢ়ি ভাল পালেও লিখকৰ প্ৰচেষ্টা কিছু পৰিমানে সাৰ্থক হব। ইতি—

যুগল দাস
গুৱাহাটী।



# চৰিত্ৰ

| | | |
|---|---|---|
| ১। বাহাদুৰ চাহ | ... | দিল্লীৰ শেষ নবাব |
| ২। নানা চাহেব | ... | পেছোৱাৰ দত্তক পুত্ৰ |
| ৩। আজিমুল্লা | ... | নানা চাহাবৰ কুটনৈতিক মন্ত্ৰণাদাতা |
| ৪। টান্তিয়া টোপে | .... | মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণ |
| ৫। মুকুণ্ডলাল | .... | বাহাদুৰ চাহৰ উজিৰ |
| ৬। মীৰ্জামোগল | .... | বাহাদুৰ চাহৰ জেষ্ঠ পুত্ৰ |
| ৭। ইলাহী মীৰ্জা | .... | এজন নাগৰিক |
| ৮। মণিৰাম দেৱান | .... | অসমৰ কুটনৈতিক ডাঙৰীয়া |
| ৯। বাখৰ বৰা | .... | মণিৰামৰ সহচৰ |
| ১০। পিয়লি বৰুৱা | .... | মণিৰামৰ সহকৰ্মী |
| ১১। লাটু বাবু | .... | মৰ্ণিৰামৰ বঙালীবন্ধু |
| ১২। শিখ হাবিলদাৰ— | | |
| ১৩। গুৰ্খা হাবিলদাৰ— | | |
| ১৪। দেশী চিপাহীৰ চুবাদাৰ— | | |
| ১৫। দেশী চিপাহীৰ হাবিলদাৰ— | | |
| ১৬। এজন ব্ৰাহ্মণ— | | |
| ১৭। ৰহিম<br>১৮। দৌলত | .... | বাহাদুৰ চাহৰ নফৰ |
| ১৯। দেৱানজী | .... | লক্ষ্মীবাঈৰ দেৱান |
| ২০। দামোদৰ | .... | লক্ষ্মীবাঈৰ দত্তক পুত্ৰ। |
| ২১। মিঃ টড্ | ... | নানা চাহাবৰ ইংৰাজ বিষয়া |
| ২২। ইংৰাজ কমাণ্ডাৰ— | | |
| ২৩। ইংৰাজ কেপ্টেইন— | | |
| ২৪। দুজন চাহজাদা | ... | বাহাদুৰ চাহৰ ২য় আৰু ৩য় পুত্ৰ |
| ২৫। এজন মৌলবী— | | |

স্ত্ৰী চৰিত্ৰ :— লক্ষ্মীবাই, জিন্নত বেগম, আজিজান।

**ওপৰঞ্চী**—

৪ জন সন্ন্যাসী, ৪ জন ফকীৰ, ভাৰতীয় চিপাহী ৬ জন, চাহাবৰ চিপাহী ৪জন, নানাচাহাব আৰু লাটুবাবুৰ লগুৱা ইত্যাদি—

# প্ৰথম পৰিস্থিতি

[ ব্ৰহ্মাবৰ্ত্ত নগৰ। শ্ৰীমন্ত নানা চাহাবৰ প্ৰাসাদ। কক্ষ্যত মূল্যবান গলিছা পৰা, চীনামাটিৰ পাত্ৰত ফুল সজোৱা, বেৰত দুই এখন ধুনীয়া ডাঙৰ দাপোন, আৰু ঢাল তৰোৱালবোৰ ওলোমোৱা আছে। মাজত সোন চলোৱা চাপৰ আসন। দুয়োকাষে তেনে ধৰণৰ আসন।

আঁৰ কাপোৰ তোলাৰ লগে লগে আজিমুল্লা খাঁই কিছুমান কাগজ পত্ৰত মন দিয়া দেখা যায়। দূৰৈত লগুৱা এটা থিয় হৈ থাকে। ]

মিঃ টড্— (প্ৰৱেশ কৰি) Good morning, Khan Saheb !

আজিমুল্লা— (টডলৈ চাই হাঁহি) Good morning, Mr Todd. চেলাম ৱালেগোম, নমস্তে।

মিঃ টড্— Busy with love letters ? লণ্ডনমে ত খাঁ চাহেব বহুত মেমকা চাথ প্ৰেম কৰিছে। Any more English girl fallen in love with you ? কুই নয়া মেম চাহেব আপনাৰ চাথ ফেন প্ৰেম কৰিছে ?

আজিমুল্লা— Thank you Todd ! তোমালোকৰ মেমচাহেব সকলৰ লগত বহুত প্ৰেম কৰা হ'ল। এইবাৰ পুৰুষ ফিৰিঙি চাহব সকলৰ লগতে অলপ প্ৰেম কৰি চাওঁচোন ! তোমালোকৰ পুৰুষবিলাকো বেচ ধুনীয়া, স্বাস্থ্যবান আৰু বৰ দিলদাৰ আদমী আছে।

মিঃ টড্‌— হাঁঃ হাঁঃ ! — বহুত দিলদাৰ আদমী আছে। বহুত জবৰ লাভাৰ ভি আছে। চাহাবলোগকো হিন্দুস্থান বহুত আচ্ছা লাগিছে। হামিলোগ হিন্দুস্থানমে ঠেৰি যাব।

আজিমুল্লা— জানো চাহাব ঠেৰি যোৱাই তোমালোকৰ ইচ্ছা। হিন্দুস্থানৰ প্ৰতি তোমালোকৰ অযাচিত প্ৰেম অতি স্বাভাৱিক ! হিন্দুস্থান এৰি যাবা কেনেকৈ ? হিন্দুস্থানে যে চাৰা ছুনিয়াৰ আচমান ! ইয়াত তোমালোকৰ অভাৱ কিহৰ ? — ইচ্ছা মতে দেশলৈ ধন দৌলত পঠাইছা, মৌজ কৰিছা, সুখেৰে আছা, ভাল ভাল খাইছা, হোহঁ ?

মিঃ টড— You mean food ! Excellent খাঁ চাহেব ! হিন্দুস্থানমে খানা বহুত উমদা আছে। You know better than we do. খা চাহেব ত পহিলে বাবুৰ্চি আছিলে !

আজিমুল্লা— বাবুৰ্চি কিয় চাহাব, মই পহিলে তোমালোকৰ নফৰ আছিলোঁ ; পিছতহে বাবুৰ্চি হ'লো। আৰু সেই সুযোগতে তোমালোকৰ অনুগ্ৰহত ইংৰাজী ভাষা শিকিলো।

মিঃ টড্‌— Yes, yes you are a self-made man ! আপনি স্কুল মাষ্টাৰভি আছিলে। আপনি French language ভি আচ্ছা তৰপ জানে !

আজিমুল্লা —জানো চাহাব !

মিঃ টড্‌— আপনি বহুত Intelligent আদমী আছে। আপনি বহুত দেশ ভি ভ্ৰমণ কৰিছে। ইংলেণ্ড দেখিছে, ফ্ৰান্স দেখিছে।

আজিমুল্লা— দেখিছোঁ চাহাব ৰুচিয়াও দেখিছোঁ—ইজিপ্ত, ইৰাণ সকলো শেষ কৰি অহিছোঁ। সকলোবোৰ দেশ চাই আহিছোঁ গুণেই তোমালোক ফিৰিঙিবিলাকৰ গুণ-যুগুতিৰ তলি দেখিছোঁ। তোমালোক শিয়াল ফিৰিঙিবিলাকক

এশবাৰ চেলাম চাহাব এশবাৰ চেলাম।

মিঃ টড্— ( ভিতৰলৈ চাই ) Look here, Khan Saheb! Your Boss is coming! নানা চাহেব!

আজিমুল্লা— নানা চাহেব অকল মোৰেই মালিক নহয় চাহেব— তেওঁ তোমালোকৰো মালিক।

মিঃ টড্— ঠিক আছে!

নানা— (প্ৰৱেশ কৰে। আজিমুল্লা আৰু টড্ থিয় হয়) নমস্তে মিঃ টড্। মোৰ আজি অলপ পলম হ'ল। (আসন গ্ৰহণ কৰে) আজিৰ কাগজত কিবা নতুন খবৰ আছেনে চাহেব?

মিঃ টড্— Yes, your Excellency. Important news বহুত. ভাৰি খবৰ আছে!

নানা— ভাৰি খবৰ! কি ভাৰি খবৰ পঢ়াচোন চাহেব!

টড্— Thank you your Excellency ( কাগজ মেলি পঢ়ে ) Persia declares war against the British

আজিমুল্লা— পাৰস্যাই ইংৰাজৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছে!

নানা— পাৰস্যাই যুদ্ধ ঘোষণা কৰিলেই! চমুতে খবৰটো কোৱা-চোন টড্।

টড্— পাৰস্যকি চাহ বৃটিছ কি against মে war declare কৰিছো, আউৰ হুৱামে Petroleum উঠানেকো পহিলে যো agreement কৰিছে, উছকোভি নাকছ কৰিছে।

নানা— মাটি তেলৰ সুবিধাও নাকছ কৰিছে!

টড্— Yes your excellency! বহুত খাৰাপ কাম কৰিছে!

আজিমুল্লা —হোঁ! বৃটিছক জোকাই লবলৈ পাৰস্যৰো দেখিছো সাহস আছে। পাৰস্যৰ চাহে বৃটিছক মাটিতেলৰ আধিপত্য নিদিয়াতো আৰু অবাধে বন্দৰ পাতি বাণিজ্য কৰিবলৈ

নিদিয়াতো অতি অন্যায় হৈছে, নহয়নে মিঃ টড্ ?

টড্— Sure ! পাৰচিয়াকি চাহ জবান চুৰি কৰিছে। The result will be very bad ! বৃটিছ গভৰ্ণমেণ্ট পাৰচিয়াকো জমিনকা সাথ সমান বনাই দিবে।

নানা— জৰুৰ দিব ! জৰুৰ দিব ! জামিনকা সাথ সমান বনাই দিব। তোমালোকে জমিন সমান বনাবৰ কাৰণেইতো সাগৰ পাৰহৈ আহিছা চাহাব।

আজিমুল্লা —বৃটিছ সম্ৰাজ্যবাদৰ উদ্দেশ্যই হৈছে শ্ৰীমন্ত মহাৰাণীৰ দোহাই দি সকলোকে জমিনৰ সমান কৰি থোৱা।

নানা— এৰা, এয়েই ফিৰিঙিৰ মূলমন্ত্ৰ। বাৰু মিঃ টড- আৰু কিবা বিশেষ খবৰ আছেনে ?

টড্—Nothing else important, your Ecellency.

নানা— তেন্তে তুমি আজিলৈ যাব পাৰা। আমাৰ অলপ বিশেষ আলোচনা আছে।

টড— Thank you your Excellency ! (যাবলৈ উদ্যত হয়) One favour your Excellency এক আৰ্জি আছে your Excellency.

নানা— কোৱা চাহাব।

টড— হামাৰ ছুই এক ইংলিছ বন্ধু Change কে ৱাষ্টে বন্ধাবৰ্ত্ত আহিব চায়।

নানা— জৰুৰ ! জৰুৰ ! তোমাৰ বন্ধুসকলক বিনা দ্বিধাই আহিবলৈ দিয়া। ইংৰাজ বুলি আমাৰ তোমালোকৰ প্ৰতি কোনো বিদ্বেষ নাই। আমি বিপ্লব কৰিলে অধৰ্ম্মৰ বিপক্ষেহে বিপ্লব কৰোঁ। আমি শান্তি কামী—কিন্তু সেইবুলি আমাক শোষণ আৰু শাসন কৰিবলৈ দিবলৈ টান পাওঁ। (আজিমুল্লাৰ প্ৰতি) খাঁঃ চাহেব মিঃ টডৰ বন্ধুসকলৰ সকলো সুবিধা

কৰি দিবা।

আজিমুল্লা— দিয়া হ'ব শ্ৰীমন্ত। মিঃ টড তোমাৰ বন্ধুসকলক মাতি পঠিওৱা। ভাৰতবাসী আতিথ্যত কেতিয়াও পশ্চাদ -পদ নহয়।

টড— I know, I know that Khan Saheb! Thank you your Excellency, bye bye! (প্ৰস্থান)

নানা— যোৱা ফিৰিঙি পুত্ৰ, যোৱা! ব্ৰহ্মাবৰ্ত্তত কিয়, সমগ্ৰ ভাৰতত তোমালোকে আলহী স্বৰূপে থাকিবলৈ সকলো সুচল সুবিধা পাবা। কিন্তু তোমালোকক চুকত থাকি বুকুত কামোৰ মাৰিবলৈ দিয়া নহব। শত্ৰুতা কৰিলে তাৰ শাস্তি পাবলৈ সাজু হৈ থাকিবা। তেতিয়া এই দেশত তোমালোকৰ এক মূহুৰ্ত্তও স্থান নহব। তুৰস্ক আৰু আফগানিস্থানৰ পৰা কিবা বাতৰি পালানে খাঁঃ চাহেব?

আজিমুল্লা— পোৱা হৈছে শ্ৰীমন্ত। আশাকৰা মতেই উত্তৰ পোৱা গৈছে। ইংৰাজৰ বিৰুদ্ধে ভাৰতবাসীয়ে সংগ্ৰাম আৰম্ভ কৰিলে তেওঁলোক দুয়ো ৰাজ্যই আমাক সহায় কৰিব বুলি— দূতৰ হাতত বাতৰি পঠাইছে।

নানা— খাঁ চাহেব, আচল খবৰ আৰু আছে। পাৰস্যৰ ছাহে দিল্লীৰ পাটছাহলৈ গুপুতে পত্ৰ আৰু দূত পাঠাইছিল। সিফালে পাৰশ্যত ফিৰিঙিবিলাক যুদ্ধত লিপ্ত থকা কালত ভাৰততো আমি সিহঁতক আক্ৰমণ কৰিব লাগিব, তেতিয়া সিহঁত ব্যতিবস্ত হৈ পৰিব। সিহঁতক তেতিয়া পৰাভৱ কৰিবলৈ বেচি সময় নেলাগিব। ইতিমধ্যেই বাতৰি পোৱা গৈছে যে পাৰশ্য সেনাৰ হাতত অ'ত ত'ত ইংৰাজ সেনা পৰাজিত হৈছে।

আজিমুল্লা— শ্ৰীমন্তই অতি উত্তম ব্যৱস্থাকে প্ৰস্তাৱ কৰিছে।

কিন্তু এই প্ৰস্তাৱত দিল্লীৰ পাটছাহে জানোঁ সন্মতি দান কৰিব ? মই যিমান দূৰ জানোঁ, বৰ্ত্তমানৰ পাটছাহ—বহাদূৰ ছাহ অতি দুৰ্ব্বল মনৰ মানুহ। অৱশ্যে পাটছাহৰ ফটোৱা মোৰ হাততো এখন পৰিছে।

নানা—তুমি তেস্তে জানাই দেখোন ?

অজিমুল্লা— জানো শ্ৰীমন্ত! তথাপি দিল্লীৰ পাটছাহৰ সামৰ্থ্যৰ বিষয়ে মোৰ সন্দেহ আতৰা নাই।

নানা— সন্দেহ থাকিলেও, সেই সন্দেহ দূৰ কৰিব লাগিব। দিল্লীৰ পাটছাহক যেনে তেনে সন্মত কৰাব লাগিব। মোৰ বিশ্বাস ভালদৰে তেখেতক বুজাব পাৰিলে তেওঁ সন্মতি দান কৰিব খাঁ চাহেব। শ্যেৰৰ বাৎছা শ্যেৰ—তেওঁ আকবৰৰ হুমায়ুনৰ বংশধৰ, খা চাহেব। অৱস্থাই আজি তেওঁৰ এই দুৰ্দশা কৰিছে। উদগনি পালেই, আনুগত্য পালেই, শ্যেৰে আকৌ গৰ্জন কৰি উঠিব। হিন্দুস্থানৰ মালিক হৈ হিন্দুস্থানৰ লাঞ্চিত অত ৰজা নবাবৰ অনুৰোধ তেওঁ অৱহেলা কৰিবনে ? সকলো ৰজা নবাবে যে তেওঁক সহায় কৰিব।

আজিমুল্লা— অকল ৰজা নবাবেই নহয় শ্ৰীমন্ত, লগতে সকলো সৈনিক, নাগৰিকেও এই জেহাদত যোগ দিব। কাৰণ অসন্তোষ কেৱল ৰজা মহাৰজাতেই আবদ্ধ থকা নাই। আজি ৰজা প্ৰজা সকলোৱে দাসত্বৰ বোজা অনুভৱ কৰিছে। সেনা বিলাকেও বুজিছে যে সিহঁতে নিজৰ দেশৰ কাৰণে যুদ্ধ নকৰে। সিহঁতে যুদ্ধ কৰে ফিৰিঙিৰ বহতীয়া গোলাম হিচাবে, ফিৰিঙিৰ আধিপত্য বিস্তাৰ কৰিবলৈ।

নানা— আৰু এটা গুৰুতৰ কথা আছে খাঁ চাহেব। ফিৰিঙিয়ে ব্যহৱাৰ কৰিব দিয়া গুলিবিলাকত গৰু আৰু গাহৰিৰ

চৰ্ব্বি সনা থাকে। সেই গুলি আমাৰ চিপাহীয়ে মুখেৰে কামুৰিহে বন্দুক মাৰিব লাগে। ই হিন্দু মুছলমান দুয়ো জাতিৰে ধৰ্ম্ম বিৰোধী ব্যৱস্থা।

আজিমুল্লা— সেই কথাও মই জানো শ্ৰীমন্ত। এই বাৰ্ত্তা চিপাহীৰ মাজত জাহিৰ কৰিবলৈ মই বুদ্ধি পাঙি আছোঁ। ফিৰিঙিয়ে জুইৰ লগত লাঙনি কৰিছে। গৰুৰ আৰু চুৰৰৰ এই চৰ্ব্বিৰ কথা আমাৰ চিপাহীৰ মাজত কেনেবাকৈ জাহিৰ হলেই সেই গুলি উভতি ফিৰিঙিৰ বুকুত পৰিব শ্ৰীমন্ত, তাত সমূলি সন্দেহ নাই।

নানা— তুমি কি বুদ্ধি পাঙিছা, খাঁ চাহেব?

আজিমুল্লা— মই ভাবিছোঁ, আমি এটা ফকিৰ আৰু সন্ন্যাসীৰ দল গঠন কৰা যাওক।

নানা— ফকিৰ সন্ন্যাসীয়ে কি কৰিব?

আজিমুল্লা— জাতীয় সংগ্ৰামত সকলো শ্ৰেণীৰ মানুহে অৰিহনা যোগাব লাগে শ্ৰীন্ত। হিন্দুস্থানৰ ফকিৰ সন্ন্যাসীৰো এটা জাতীয় কৰ্ত্তব্য আছে। আমাৰ বিদ্ৰোহৰ এই বাতৰি বিশেষকৈ চিপাহীৰ মাজত ফকিৰ সন্ন্যাসী বিলাকেই গুপুতে প্ৰচাৰ কৰিব লাগিব শ্ৰীমন্ত। ফকিৰ সন্ন্যাসীৰ সকলো ঠাইতে অবাধ গতি। গতিকে ফিৰিঙিয়ে ফকিৰ সন্ন্যাসী বিলাকক বৰকৈ সন্দেহ কৰিবৰ থল নেথাকিব।

নানা— বুজিলো। উত্তম ব্যৱস্থা হ'ব।

ৰক্ষী— (প্ৰৱেশ কৰি সেৱা জনাই) টান্টিয়া টোপে মহামান্য পেছোৱাজীৰ দৰ্শন বিচাৰিছে।

নানা— টোপে? তুৰন্তে আহিবলৈ দে।

ৰক্ষী— যিবা আজ্ঞা মহামান্য (প্ৰস্থান)।

নানা— টোপে ঠিক সময়তে আহিছে। পাছে, খাঁ চাহেব সকলো

ঠাইলৈ চিঠি পত্ৰ পঠোৱা হ'লনে ?

আজিমুল্লা— হৈছে শ্ৰীমন্ত। যোগাযোগ সম্পূৰ্ণ।

নানা— উত্তম। য'তে প্ৰয়োজন হ'ব তাতে আমাৰ ঘাটি পতাৰ ব্যৱস্থা হৈছেনে ?

আজিমুল্লা— তাৰো ব্যৱস্থা কৰা হৈছে শ্ৰীমন্ত। আমি প্ৰত্যেক ঠাইলৈ বিশ্বাসী মানুহ পঠিয়াই, সেই ঠাইবোৰ ভালদৰে জৰীপ কৰিব ব্যৱস্থা আৰম্ভ কৰিছোঁ।

নানা— মই তোমাৰ শলাগ লৈছো খাঁ চাহেব।

( টোপে প্ৰৱেশ কৰি সেৱা জনাই )

আহাঁ আহাঁ টোপে! তুমি ঠিক সময়তে আহিছা। খাঁ চাহেবে সকলো কথা ভালদৰে শুনি চাই, এখন উত্তম আঁচনি প্ৰস্তুত কৰিছে। ইয়াক এতিয়া মাত্ৰ কাৰ্যত পৰিণত কৰিব লাগে।

টোপে— খাঁ চাহেবৰ আঁচনিত মোৰ হাঁ না বুলিবলৈ একো নাই। কিন্তু মই এজন সৈনিক মাত্ৰ। মই জানো কেৱল যুদ্ধ। আপোমাৰ হুকুম আৰু মোৰ এই দুই বাহু!

আজিমুল্লা— আপোনাৰ বাহু বলত আমাৰ সম্পূৰ্ণ আস্থা আছে টোপে। সেই বাহুবল যাতে অথলে নেযায়, তাৰ বাবেই আচনিৰ প্ৰয়োজন! আচনি নিখুত হলেই কামবোৰ সফল হৈ পৰে।

টোপে— তাকো মই স্বীকাৰ কৰোঁ। কিন্তু যুদ্ধ কৰিবলৈ সৈন্য আৰু আহিলা পাতি ক'ত ?

আজিমুল্লা— এখন সাম্ৰাজ্যই তোমাৰ নেতৃত্বৰ বাবে অপেক্ষা কৰি আছে টোপে। সৈন্য পৰিচালনাত তোমাৰ খ্যাতি আছে। সেই নেতৃত্ব গ্ৰহণ কৰিলে সমগ্ৰ দেশ বাধিত হ'ব। সৈন্য আহৰণৰ বাট সুচল হৈ আছে। ফিৰিঙিয়ে কহিনুৰ হীৰা কাঢ়ি নিলে।

ব্ৰহ্মৰ ৰজা থিবৰ সিংহাসন উবুৰিয়াই পেলালে, ছত্ৰপতি শিৱাজীৰ ৰাজ্য নিলে, নাগপুৰৰ গদী গ'ল, অযোধ্যা গ'ল, তাঞ্জোৰ গ'ল। এই ৰাজ্যবোৰৰ ৰজা প্ৰজা চিপাহী সকলোৱে দেশৰ হ'কে নিজক বলিদান দিবলৈ অস্থিৰ হৈ আছে, টোপে।

নানা— এই যুদ্ধত ৰজা মহাৰজা জমিদাৰ, জাইগীৰদাৰ, নবাব অমিৰ, সৈনিক, নাগৰিক সকলোৱে যোগ দিব টোপে। সৈন্যৰ অভাৱ নহয়। মনত ৰাখিবা টোপে— কেৱল ৰজা মহাৰজাই এই বিদ্ৰোহ পৰিচালনা কৰিবলৈ বিচৰা নাই। ই এদিনৰ আকস্মিক ঘটনা নহয়। ইয়াৰ গোপন প্ৰস্তুতি কাহানিবোৰ পৰাই চলি আহিছে। ই ভাৰতীয় জনগণৰ স্বতঃস্ফুৰ্ত্ত আত্ম প্ৰকাশ। চিপাহীবোৰ সঙ্ঘবদ্ধ হ'লে শ্বেতাঙ্গৰ দল সমুদ্ৰত শিশিৰ বিন্দুৰত হৈ পৰিব— বিদ্ৰোহ ঘটিলে আমাৰ সাফল্য সুনিশ্চিত। কলিকতাৰ পৰা পেছোৱাৰ বিনা বাধায় দখল কৰিম।

আজিমুল্লা —যুদ্ধৰ সকলো যোগাৰ পাব। কেৱল মনত ৰাখিব, সনাহী কুটশাল ফিৰিঙিহঁত সুশিক্ষিত আৰু সুনিপুণ যোদ্ধা।

টোপে— খাঁ চাহেব। ফিৰিঙিক মই ভালদৰে চিনো। সিহঁতক আপুনি সুশিক্ষিত আৰু সুনিপুণ যোদ্ধা বুলি আখ্যা দি আওপাকে ভাৰতীয় সৈন্যক হেয় কৰিছে। কিন্তু আপুনি জনা উচিত যে ভাৰতীয় সৈন্যই সদায় বীৰত্বৰ পৰিচয় দি আহিছে আৰু ভৱিষ্যতেও দি থাকিব। আপোনাসকলে আশ্বাস দিয়ামতে মোক সৈন্য দিয়ক আৰু যুদ্ধৰ যোগাৰ দিয়ক, মই ভালদৰে বুজাই দিম ভাৰতীয় সৈন্যৰ বিক্ৰমক কি! ভাৰতীয় সৈন্যই সত্যৰ বাবে যুদ্ধ কৰে, আৰু ফিৰিঙিয়ে কৰে নানান স্বাৰ্থৰ বাবে। সিহঁতৰ ধৰ্ম্ম নাই, বিচাৰ নাই। সিহঁতে ভাৰতৰ পুৰুষক অপমান কৰিছে, নাৰীক অপমান কৰিছে।

সিহঁতৰ প্ৰৰোচনাত পৰি ৰঞ্জিত সিংহৰ ৰাণী চাঁদ কুমাৰীয়ে বিলাতত প্ৰাণ ত্যাগ কৰিব লগীয়াত পৰিল, কুমাৰ দিলীপ সিংহই ফিৰিঙি চিপাহীক ৰুটি খুজি খাব লগীয়া হ'ল। অযোধ্যা আৰু নাগপুৰত দস্যুহঁতে লুট কৰি হেৰেমৰ বেগমসকলক পন্যদ্ৰব্যৰূপে গণ্য কৰিলে। এই অসত্যক পৰাজয় কৰিৰলৈ ভাৰতীয় সৈন্যই প্ৰাণ পন কৰিব। সিহঁতে তাৰ প্ৰতিশোধ ল'ব।

শেহত সিহঁতে টুকুৰীয়াই চাব বিচাৰিছে ঝান্সীৰ ৰাণী লক্ষ্মী বাইক।

আজিমুল্লা—জানো টোপে, স্বামীৰ মৃত্যুৰ পিছত অপুত্ৰিকা ৰাণীক সিহঁতে পোষ্য পুত্ৰ গ্ৰহণ কৰিলে মানি নলওঁ বুলিছে।

টোপে—মানি সিহঁতে লব লাগিব। হিন্দু ধৰ্ম্মত পোষ্যপুত্ৰ গ্ৰহণৰ বিধান আছে।

নানা—ঠিক কৈছা টোপে, মানি সিহঁতে লব লাগিব। সিহঁতে সিংহিনীৰ কেশ পৰ্য্যন্ত স্পৰ্শ কৰিব নোৱাৰিব। লক্ষ্মী বাইক সিহঁতে চিনিপোৱা নাই। খাঁ চাহেব. ঝান্সীলৈ আমি কেতিয়াকৈ যাম ?

আজিমুল্লা— পৰহিলৈ, শ্ৰীমন্ত।

নানা— সোনকালে যোৱাই ভাল। টোপে, তুমিও আমাৰ লগত যাব লাগিব। ৰাণী লক্ষ্মীবাইৰ যুদ্ধ আয়োজনো তুমি নিজে বুজলৈ আহিব পাৰিবা।

টোপে— শ্ৰীমন্তই উচিত বুজিলে নিশ্চয় যাম। আজি বহুকালৰ পিছত লক্ষ্মীবাইৰ সতে মোৰ সাক্ষাত হ'ব।

নানা— ভাল কথা। কিন্তু খাঁ চাহেব, পূৰ্ব্ব প্ৰান্তৰ অসমৰ খবৰ ? অসমক বাদ দিব নোৱাৰি।

আজিমুল্লা— নোৱাৰি শ্ৰীমন্ত। তাৰো খবৰ মই পাইছোঁ। অসমৰ

মণিৰাম দেৱান নামৰ এক বিশিষ্ট ব্যক্তিয়ে ইংৰাজৰ উৎপাতত অস্থিৰ হৈ, অসম ত্যাগ কৰি, কলিকতাত আহি আশ্ৰয় লৈছে। তেওঁ দিল্লীৰ লগত গোপনে যোগাযোগ কৰিবলৈ সূত্ৰ বিচাৰি আকুল হৈ পৰিছে।

নানা— তুৰন্তে তেওঁৰ লগত যোগাযোগৰ ব্যৱস্থা কৰিব লাগে।

আজিমুল্লা— পত্ৰ পঠিওৱা হ'ল শ্ৰীমন্ত। মই উত্তৰলৈ অপেক্ষা কৰি আছোঁ।

নানা— তোমাৰ এনে ক্ষীপ্ৰ ব্যৱস্থাৰ বাবে শলাগ লৈছোঁ খাঁ চাহেব। বলা আমি ঝান্সীলৈ যোৱাৰ ব্যৱস্থা কৰো।

—পট পৰে—

---

# দ্বিতীয় পৰিস্থিতি

ঝান্সীৰ ৰাণীৰ প্ৰাসাদ সংলগ্ন উদ্যান।

[ লক্ষীবায়ে পুত্ৰ দামোদৰক বন্দুক মাৰিবলৈ শিকাই থকা দেখা যায়। ভিতৰত আৱাহমান চানাই বাজি থাকে।

পট উঠাৰ লগে লগে দামোদৰে ৰাহিৰলৈ বন্দুক টোৱাই এটা গুলি মাৰে, গুলি নিছানত নেলাগে। দামোদৰে ভয়ে ভয়ে মাকৰ মুখলৈ চায়। ওচৰতে থাল এখনত দুডাল সম্পূৰ্ণ আৰু এডাল আধা গঁথা ফুলৰ মালা পৰি থাকে। ]

লক্ষ্মী— ( দামোদৰক গাত ধৰি জোকাৰি দিয়ে ) নিছানত লগোৱা, নিছান কৰা। ফেৰ মাৰা। হুচিয়াৰ, এইবাৰ নিছানি যেন ভুল নহয়।

( দামোদৰে পুনৰ গুলি কৰে, নিছানিত লাগে ) চাবাছ। আকৌ মাৰা। (দামোদৰে আকৌ গুলি কৰে; নিছানিত লাগে ) চাবাছ! চাবাছ! ( দামোদৰক চুমা খায়। দামোদৰে কৃতকাৰ্য্যতাত আনন্দ পায়। গাল মোহাৰি হুমুনিয়াহ পেলাই হাঁহে।)

দামোদৰ— গুলিটো নিছানিত লগালোঁ মা! কিন্তু মোক ফিৰিঙি মাৰিবলৈ কেতিয়া নিবা?

লক্ষ্মী—নিম, নিম, তুমি ডাঙৰ হ'লে নিজেই ফিৰিঙিক গুলি কৰিবা, আগতে ডাঙৰ হোৱা— গুলি মাৰিবলৈ ভালদৰে শিকা। বাৰু তোমাৰ আজি ছুটী হ'ল। তুমি এতিয়া যোৱা, খেলি থাকা।

( লক্ষ্মীবায়ে মালাধাৰ গাঠি শেষ কৰিবলৈ লয়। দামোদৰে ভাগৱত যেন ফুলনিত শুই পৰে। বাদ্য অলপ ডাঙৰকৈ বাজে। লক্ষ্মীৰ মুখত ব্যগ্ৰতাই দেখা দিয়ে )

দামোদৰ— আজি আমাৰ প্ৰাসাদত চানাই বাজিছে কিয় মা ?

লক্ষ্মী— আজি আমাৰ প্ৰাসাদলৈ এজন ডাঙৰ মানুহ আহিব।

দামোদৰ— ডাঙৰ মানুহ ? কিমান ডাঙৰ ? কোন আহিব মা ?

লক্ষ্মী— তোমাৰ এজন মোমাইদেৱেৰ। খুব ডাঙৰ মানুহ ! তেৱেঁ মোক ঘোৰাত উঠিবলৈ শিকাইছিল, হাতীত উঠিবলৈ শিকাইছিল, তৰোৱাল চলাবলৈ শিকাইছিল, বন্দুক মাৰিবলৈ শিকাইছিল।

দামোদৰ— তেওঁ মোকো শিকাবনে মা ?

লক্ষ্মী— মোমাইদেৱেৰাক ক'বা, নিশ্চয় শিকাব।

দামোদৰ— তেওঁ আমাৰ প্ৰাসাদত নেথাকে কিয় ?

লক্ষ্মী— তেওঁৰ নিজৰ ৰাজ্য আছে, প্ৰাসাদ আছে, ঘৰ সংসাৰ আছে। তাত নেথাকিলে কেনেকৈ হ'ব ? তেওঁৰ কামো অনেক ! ৰাজ্য চলাব লাগে, যুদ্ধ কৰিব লাগে।

দামোদৰ— মই তেওঁৰ লগত যাম। ময়ো যুদ্ধ কৰিম। (উঠি বহে)

লক্ষ্মী— মোক এৰি যাবা ?

দামোদৰ— তুমিও আমাৰ লগত যাবা। এফালে মোমাইদেউ, আনফালে তুমি ঘোৰাত উঠি যাবা আৰু মাজত মই ঘোৰাত উঠি যাম—খটাপট্—খটাপট্—খটাপট্। আমি তিনিও একেলগে যুদ্ধ কৰিম। খুব ভাল হ'ব মা।

লক্ষ্মী— তেনেদৰে যুদ্ধ কৰিব পৰা হ'লেতো খুব ভাল হলহেঁতেন বাছা !

দামোদৰ— মই তেনে মোমাইদেউক ক'ম। মোমাইদেউ খুব

ভাল মানুহ নহয় মা? মোক খুব মৰম কৰিব, নহয়?

লক্ষ্মী— কৰিবতো।

দেৱান— (প্ৰৱেশ কৰি) মহাৰাণীজী, দূতে আহি বাতৰি দি গ'ল, শ্ৰীমন্ত মহামান্য পেছোৱাজী সামন্ত সহ অতিথি-শালাৰ পৰা প্ৰাসাদলৈ যাত্ৰা কৰিছে। অনতি বিলম্বে তেওঁ প্ৰসাদত উপস্থিত হ'ব।

লক্ষ্মী— (ব্যগ্ৰতাৰে সৈতে) যাত্ৰা কৰিলে? আহি পাবই? মই, মই। নহয়, দেৱানজী বাদ্য আৰু ডাঙৰকৈ বজাবলৈ কওঁক। পৰিচাৰিকা বিলাকক কৈ —দিয়ক পেছোৱাজী তোৰণ প্ৰৱেশৰ লগে লগে যেন উৰুলি দিয়ে, শঙ্খধ্বনি কৰে, পুষ্প বৰিষণ কৰে। মন্দিৰত ঘণ্টাধ্বনি কৰিবলৈ কব। তেখেতসকলক সসন্মানে আদৰি আনিব।

দেৱান— সকলো দিহা কৰা হৈছে মহাৰাণীজী। প্ৰাসাদৰ ভিতৰ বাহিৰ সুসজ্জিত কৰি ৰখা হৈছে। সৈন্য বিলাক সাজিপাৰি গোটেই বাটৰ দুয়োকাষে অতিথিসকলক আদৰিবলৈ সন্তম হৈ আছে। তেওঁলোকৰ বিশ্ৰাম আৰু আহাৰৰ বাবে সকলো যুগুতকৈ থোৱা হৈছে।

লক্ষ্মী— আপোনাৰ শলাগ লৈছোঁ। আপুনি আগবাঢ়ক দেৱানজী। ক'তো যেন অকনিকে ত্ৰুটি নহয় — তাৰ প্ৰতি লক্ষ্য ৰাখিব।

দেৱান— যিবা আজ্ঞা মহাৰাণীজী (প্ৰস্থান)

(লগে লগে ভিতৰত বাদ্য বেচ ডাঙৰকৈ বাজে। উলুধ্বনি, শঙ্খধ্বনি হয়, ঘণ্টা বাজে। লগে লগে এজনী পৰিচাৰিকাই থাল এখনত চাকি বন্তি ধূপধূনা ফল আদিৰে প্ৰৱেশ কৰি একাষে থিয় হৈ থাকে। অলপ পৰৰ পিছত বাদ্য ক্ষীণ ভাবে বাজি থাকে)

Dulal Sarkar



লক্ষ্মী— দামোধাৰ, এই মালাধাৰ মোমাইদেৱেৰাক পিন্ধাই দিবা। আৰু এই দুধাৰ আন দুজন অতিথিক পিন্ধাই দিবা।

দামোদৰ – তিনিওজনে মোৰ মোমাইদেউ নেকি মা?

**লক্ষ্মী**— অঁ, অঁ। পিন্ধাই দিবা।

দামোদৰ আৰু তুমি কি কৰিবা?

লক্ষ্মী— ময়ো তেওঁলোকক আদৰিম, দামোদৰ।

(দেৱান, নানা, টোপে আৰু আজিমুল্লাৰ প্ৰৱেশ। নানাৰ বাহিৰে দুয়োজনে লক্ষ্মীক সেৱা জনায়)

নানা কাক আদৰিবা, ছাবেলী।

লক্ষ্মী— (ব্যগ্ৰতাৰে) আহিল দাদা, দামোদৰ—

(দামোদৰে প্ৰথমে নানাক তাৰ পিছত টোপে আৰু আজিমুল্লাৰ মূৰত মালা পিন্ধায়; সকলোৱে দামোদৰক মৰম কৰে।

তাৰ পিছত পৰিচাৰীকাৰ হাতৰ পৰা থালখনলৈ লক্ষ্মীবায়ে নানা, টোপে আৰু আজিমুল্লাৰ মুখৰ আগত থাল ঘূৰায় আৰু কপালত ফোঁট পিন্ধাই দিয়ে। ভিতৰত উলুধ্বনি হয়।)

নানা— মহাৰাণীৰ সম্ভাষণত আমি আপ্লুত হৈছোঁ।

লক্ষ্মী— দাদাই মোক তাহানিৰ ছাবেলী বুলি মাতিলেই ভাল পাম। (এই বুলি একেখন আসনতে বহি পৰে।)

নানা— ছাবেলী! ছাবেলী! সেই বুলিয়েই মাতিম তেনে। শুনা ছাবেলী, এওঁ টান্টিয়া টোপে। তোমাৰ মনত থাকিব লাগে।

লক্ষ্মী— মনত আছে দাদা।

টোপে— আমাৰ নমস্কাৰ গ্ৰহণ কৰিব মহাৰাণীজী। মহাৰাণীজীৰ

পুনৰ সাক্ষ্যত লভি সুখী হ'লো (বহে)।

নানা—আৰু এওঁ মোৰ প্ৰধান মন্ত্ৰণা দাতাআজিমুল্লা খাঁ।

(পৰষ্পৰে সেৱা জনায় ])

লক্ষ্মী— তেখেতৰ কথা শুনিছোঁ দাদা। আপোনাসকলৰ পদধূলি পাই, ঝান্সীৰ প্ৰাসাদ আজি ধন্য হ'ল।

আজিমুল্লা— বৰং ভাৰতৰ বীৰ ৰমণী মহাৰাণীজীৰ সাক্ষত লভি আমি সৌভাগ্য মানিছোঁ। আপুনি সমগ্ৰ হিন্দুস্থানৰে গৌৰৱৰ স্থল।

নানা—(দামোদৰৰ প্ৰতি) এওঁ হৰলা. ছাৰেলী —

দামোদৰ—মই দামোদৰ। — আপুনি মোৰ মোমাইদেউ।

নানা-- চাবাছ বেটা। ওচৰলৈ আহাঁ (কোলাত বহুৱাই লয়) কিন্তু ছাৰেলী, আমি আজিয়ে উভতিব লাগিব।

লক্ষ্মী— আজিয়েই ? কিয় দাদা, ছাৰেলীয়ে আপোনাসৱক অন্ততঃ এটানিশা অতিথি সেৱা কৰিবলৈ সুবিধাকন 'নেপাবনে ?

দামোদৰ— মোমাইদেউ, আজি আপুনি থাকিব লাগিব।

নানা— মাতা পুত্ৰ দেখিছো একমত। শুনা ছাৰেলী, কেতিয়াবা এখন্তেক নীৰবে বিশ্ৰাম লভিবলৈ মন গ'ল, তোমাৰ প্ৰাসাদৰ কথাই মমত পৰে। তাৰ বাবে তোমাৰ নিমন্ত্ৰণ-লৈ মই অপেক্ষা নকৰোঁ। কিন্তু আজি সেই বিশ্ৰামৰ বাবে অহা নাই ছাৰেলী। আজি বিশ্ৰামৰ সময় নহয়। সমগ্ৰ ভাৰতত আজি অশান্তি আৰু অস্থিৰতাই দেখা দিছে। —সমগ্ৰ দেশে আজি কান্দিব ধৰিছে। তোমাৰ অন্তৰতো সেই দাবানল জ্বলা নাই জানো ছাৰেলী ?

লক্ষ্মী— (তলমূৰ কৰি) দাদাক বহুদিনৰ মূৰত পাই ক্ষন্তেকলৈ পৰিস্থিতি পাহৰি গৈছিলোঁ। মোক ক্ষমা কৰিব দাদা।

নানা— দামোদৰ ! মই পিছত আকৌ আহিম। তেতিয়া তোমাৰ

লগত ঘোৰাত উঠি ঘূৰি ফুৰিম।

দামোদৰ— আহিব লাগিব কিন্তু। আৰু মোকো মাৰ দৰে তৰোৱাল চলাব শিকাব লাগিব। যুদ্ধ কৰিব শিকাব লাগিব।

নানা— অলবৎ শিকাম—তোমাক সকলো শিকাম।

লক্ষ্মী— দামোদৰ, তুমি এতিয়া ভিতৰলৈ যোৱাঁ। দেৱানজী, আপুনি অতিথিসকলৰ আহাৰৰ ব্যৱস্থা কৰকগৈ।

দেৱান— ভাল মহাৰাণীজী! আহা দামোদৰ।

( দেৱান আৰু দামোদৰৰ প্ৰস্থান )

নানা— ছাৱেলী, তোমাৰ ৰণ সজ্জা কিমান দূৰ?

লক্ষ্মী— সৈন্য সংখ্যা দ্বিগুণ কৰিলোঁ।

নানা— চাবাছ।

লক্ষ্মী— সন্যবিলাকৰ অন্ততঃ এবছৰৰ বাবে ৰচদ পাতি, বন্দুক বাৰুদ যোগাৰ কৰা হৈছে।

ন্যনা— বেচ আগবাঢ়ি গৈছা —

টোপে— ক্ষমা কৰিব মহাৰাণীজী—( ইতঃস্ততঃ কৰে )

লক্ষ্মী— কওক সামন্ত!

নানা— বিনা দ্বিধ্বাই মতামত প্ৰকাশ কৰা টোপে। আমাৰ ভিতৰত সকলো কথা ভালদৰে সমালোচনা কৰা উচিত। কিবা ভুল দেখিলে প্ৰকাশ কৰিব লাগে।

টোপে— সৈন্যৰ গুৰুত্ব সংখ্যাত নহয় মহাৰাণীজী। যুদ্ধ নৈপুণ্যতাতহে সিহঁতৰ সাৰ্থকতা। তাৰ বাবে সৈন্যবোৰক পৈনত শিক্ষাৰ প্ৰয়োজন।

লক্ষ্মী— হয় সামন্ত। মই সিহঁতৰ সুশিক্ষাৰ বাবে সকলো ব্যৱস্থা হাতত লৈছোঁ। দিনে ৰাতিয়ে কুচকাৱাজ চলিব লাগিছে। আনকি এটা সৈন্যদলক গৰিলা যুদ্ধও শিক্ষা দিয়া হৈছে।

টোপে— তেতিয়া হলে মোৰ কবলগীয়া একো নাই।

লক্ষ্মী— লগতে সাজু কৰিছোঁ এটা গুপ্তচৰ বাহিনী।

অজিমুল্লা— চিপাহচালাৰ, মহাৰাণীজীৰ ব্যৱস্থা পুৰুষতকৈ কোনো পধ্যে কম নহয়।

টোপে— বৰং কওক যে বহু পৰিমাণে শ্ৰেষ্ঠ। মহাৰাণীজীৰ শলাগ লৈছোঁ।

নানা— বুজিলোঁ ছাৰেলী, যুদ্ধ আয়োজন তোমাৰ সম্পূৰ্ণ। কিন্তু তোমাৰ সৈন্যপৰিচালনা কৰিব কোনে ?

আজিমুল্লা— হয় মহাৰাণীজী ! উপযুক্ত সেনানায়কৰ অভাৱত জানোছা এনে আয়োজন অথলে যায়।

টোপে— চিপাহচালাৰৰ ওপৰতে যুদ্ধৰ জয় পৰাজয় নিৰ্ভৰ কৰে। তেওঁ হব লাগিব নিৰ্ভীক, বিশ্বাসী আৰু বাহুবলী।

লক্ষ্মী— চিপাহচালাৰৰ কথা মই পাহৰা নাই দাদা।

নানা— তুমি কাক নিয়োগ কৰিবলৈ বিচাৰিছা ?

টোপে— কোনো পশ্চিমীয়া বিদেশী চিপাহচালাৰ নেকি ?

লক্ষ্মী— নহয়। আপোনসকলৰ বিচাৰ মতে এই চিপাহচালাৰৰ গুণ কিমান আছে তাৰ বিচাৰ পিছত হ'ব। কিন্তু এটা কথা মই নিঃসন্দেহে কব পাৰোঁ—তেওঁ আন্তৰিকতাৰে এই যুদ্ধত সেনা পৰিচালনা কৰিব।

নানা— ভাল কথা। কিন্তু কোন সেই চিপাহ চালাৰ ?

লক্ষ্মী—সেই চিপাহ চালাৰ, বিথুৰৰ শ্ৰীমন্ত নানা চাহেব পেছোৱা-জীৰ ধৰ্ম্ম ভগিনী, ঝান্সীৰ ৰাণী লক্ষীবাই নিজে।

নানা— ছাৰেলী, তুমি নিজে ?

টোপে— স্বয়ং মহাৰাণীয়ে নিজে ?

আজিমুল্লা— মই আচৰিত হোৱা নাই।

লক্ষ্মী— আচৰিত হ'বলৈ একো নাই দাদা। ইয়াৰ বাবে আখৰা আপুনিয়েইতো মোক সৰুতেই দি থৈছে। আপোনাৰ সেই

মৰম, শিক্ষা আৰু উদগনিয়ে আৰু মোৰ দায়িত্ব জ্ঞানে এই যুদ্ধত সৈন্য পৰিচালনাৰ ভাৰ মোকেই লবলৈ বাধ্য কৰিছে। আৰু সেই বিষয়ে মোৰ সংকল্প অতি দৃঢ়।

আজিমুল্লা— উচিত সংকল্প শ্ৰীমন্ত। ভাৰতৰ এই স্বাধীনতাৰ যুদ্ধত পুৰুষ স্ত্ৰী উভয়ে সমানে আৰিহণা যোগাব লাগিব। মহাৰাণীজীৰ সংকল্প অকল উচিতেই নহয়— প্ৰয়োজনীয় হৈছে।

টোপে— ঠিক কৈছা খাঁ চাহেব। মহাৰাণীজীয়ে ভাবি-চিন্তিয়েই এই দায়িত্ব গ্ৰহণ কৰিছে। ৰণচণ্ডী জাগি উঠিলে ফিৰিঙিৰ ধ্বংস অনিবাৰ্য্য!

আজিমুল্লা— বিদ্ৰোহে ব্যাপক আকাৰ ধাৰণ কৰিছে। ইংৰাজে সমগ্ৰ ভাৰতত সামৰিক আইন জাৰি কৰিবলৈ বাধ্য হৈছে। দিল্লী; মিৰাট, ৰোহিলাখণ্ড, আগ্ৰা, কাশী, এলাহাবাদ, পাটনা, ছোটানাগপুৰ—ক'তো বাকী নাই। মই বাতৰি পাইছোঁ, চিপাহীৰ বাহিৰেও শিক্ষাপ্ৰাপ্ত বিদ্ৰোহীৰ সংখ্যা অকল অযোধ্যাতে ২৫ হেজাৰ, দিল্লীত ৩০ হেজাৰ আৰু মধ্যভাৰতত ৫০ হেজাৰ পাইছেগৈ। সকলোকে কেৱল বিদ্ৰোহ কৰিবলৈ লাগে।

নানা— ছাৱেলী, তুমি যুদ্ধ ক্ষেত্ৰত পুনৰ মোৰ সঙ্গী হ'বা। ভাৰতৰ স্ত্ৰী, পুৰুষ সকলোৱে শত্ৰুৰ বিৰুদ্ধে এই যুদ্ধ কৰিব লাগিব। মৰিলে স্বৰ্গ, তৰিলে দেশ। খাঁ চাহেব, মানচিত্ৰখন উলিয়াৱছোঁন।

(আজিমুল্লাই মানচিত্ৰ এখন মেলি ধৰে; লক্ষ্মীবাই নানা আৰু টোপে মনোযেগেৰে চায়)

লক্ষ্মী— ভাৰতৰ মানচিত্ৰ!

নানা— ওঁ ভাৰতৰ মান চিত্ৰ! সোণালী হিন্দুস্থান আজি ফিৰিঙি

দস্যুৱে লাল কৰি পেলালে। চাবা হিন্দুস্থানত আজি দস্যুৰ খোজ। আনকি দিল্লীত ফিৰিঙিয়ে ঝাণ্ডা তুলিছে। আমি ফিৰিঙিৰ ঝাণ্ডা চিঙি পেলাম আৰু তাৰ ঠাইত তুলিম আমাৰ আজাদী ঝাণ্ডা।

লক্ষ্মী— ফিৰিঙিৰ ঝাণ্ডা চিঙি পেলাম।

আজিমুল্লা— এইয়া চক মহাৰাণীজী, এই হ'ল ব্ৰহ্মাবৰ্ত্ত! তাৰ পৰা কানপুৰ, কানপুৰৰ পৰা এলাহাবাদ আৰু তাৰ পিছত দিল্লী।

নানা— দিল্লী, দিল্লী, দিল্লী চল, দিল্লী চল।

আজিমুল্লু— ইফালে কলিকতাৰ পৰা মুৰ্চিদাবাদ আৰু তাৰ পৰা পাটনা।

নানা— পাটনা।

আজিমুল্লু— তাৰ পিছত মুঙ্গেৰ, বাৰানসী আৰু এই বাটেৰে দিল্লী।

লক্ষ্মী— আৰু মই যাম কুলপী হৈ, চান্দেৰী হৈ, জব্বলপুৰেৰে দিল্লী। দিল্লী।

নানা— ঠিক হ'ব।

টোপে— সকলো ঠিক আছে শ্ৰীমন্ত। কামান দাগাবলৈ হুকুম দিয়ক।

লক্ষী— ( হাতযোৰকৈ ওপৰলৈ সেৱা কৰি ) হে মহালক্ষী, আমাৰ সংকল্প সফল কৰা।

নানা— ( একেদৰে সেৱা জনাই ) হে অৰিহন্তা মাৰাঠা কেশৰী, তোমাৰ সেই শোনিত ধাৰাৰে ভাৰত পুনৰ প্লাবিত কৰা। সেই শোনিত প্লাবনত ভাৰতৰ সমূহ শত্ৰু উটি যক—বিনাশ হ'ক।

পট পৰে।

— — — —

# তৃতীয় পৰিস্থিতি

[ নিশাৰ এন্ধাৰ। এডাল জোৰৰ পোহৰত এজুম মানুহ দেখা যায়। আঁৰ কাপোৰ উঠাৰ আগৰ পৰাই যেন মৌলবীজনে জনতাক আবেগেৰে ভাষণ দি আছিল, এনে অনুমান হয়। ]

মোলবী— হিন্দুস্থান ছোৰ দো ! তুমলোগ হিন্দুস্থান ছোৰ দো ! ফিৰিঙিহঁতে যদি নিজ খুটি মতে হিন্দুস্থান এৰি যায়, তবে সিহঁতৰো ফায়দা আমাৰো ফায়দা। আৰু যদি এৰি নাযায়— ?

চিপাহী— আমি তাৰ ফিকিৰ কৰিব লাগিব।

মৌলবী— জৰুৰ লাগিব। লেকিন মনত ৰাখিবা— ফিৰিঙিহঁত 'ভাগো' বুলিলেই ভাগি যোৱা জাতৰ মানুহ নহয়। সিহঁতে উভতি যাবলৈ বুলি হিন্দুস্থানলৈ অহা নাই। ফিৰিঙৰ মতলৱ হিন্দুস্থানৰ ওপৰত সিহঁতে আমিৰিগিৰি কৰা। বেপাৰৰ নামত সিহঁতে লুট আৰম্ভ কৰিছে, বেপাৰৰ খাটিৰত ফিৰিঙিৰ যি সুবিধা আছে, কালা আদমিৰ সেই সুবিধা বন্ধ। আস্তে আস্তে সিহঁত আমাৰ তাতি কাৰিগৰৰ হাত কাটি, আঙুলি কাটি বিলাতি আমদানি মালেৰে হিন্দুস্থানত বাজাৰ খুলিছে।

হাবিলদাৰ— ভাতভি যাব জাতভি যাব।

মৌলবী— বেইচাখ্ ! ভাতভি যাব—জাতভি যাব। মছজিদ মন্দিৰৰ মৰ্য্যাদা নাৰাখিব। লেকিন আমিতো নাপাক নহওঁ— চয়তানৰ দল নহওঁ, যে সিহঁতে আমাক নয়া ধৰম শিকাব

লাগে—বেহেষ্টৰ ৰাস্তা বতলাব লাগে। আমি কি তেন্তে অত চালৰ মছজিদ মন্দিৰ ভাঙি চিঙি দৰিয়াত পেলাই দিম? সিহঁতৰ মতলব, আমাক চাৰিও ফালৰ পৰা পয়-মাল কৰা—আমাক নাষ্টানাবুদ কৰা।

চুবাদাৰ—বেইমানহঁতে গৰীব, দুখী, ৰাজা, আমিৰ কাকোতো ফুৰ্ত্তি নিদিয়া হ'ল।

চিপাহী— এক তৰপৰ পৰা জবাই চুৰু কৰিছে। ৰাজা আমীৰ -চবক ভাঙিছে আৰু পাতিছে।

মৌলবী— তাত সিহঁতৰ মতলব আছে! হিন্দুস্থানৰ মছনদৰ ওপৰত সিহঁতৰ নজৰ আছে। এইখেল সিহঁতে নানা ফান্দি-ফিচি আৰু হায়দৰ আলিৰ দিনৰ পৰাই চুৰু কৰিছে। একে একে, ডাবা খেলৰ গুটি চালু কৰিছে। সাতাৰা, নাগপুৰ ঝান্সি, সম্বলপুৰ, জৈনপুৰ, তাঞ্জোৰ—চব গাদি আজি সিহঁতৰ পাপোছ হৈ পৰিছে। এতিয়াও যদি আমাৰ হুচ নাহে তবে আমি খোদাৰ গুণাহত পৰিম—।

চিপাহী— দুস্মনক আৰু লাই দিব নোৱাৰি—।

মৌলবী— ফিৰিঙিৰ অত্যাচাৰত পাঞ্জাব কেশৰী ৰণজিৎসিং গুজৰি উঠি কৈছিল—"চব লাল হো যায়েগা"

চিপাহী— খাচবাত—চব ফিৰিঙি লাল হো যায়েগা।

চুবাদাৰ—লেকিন মৌলবী চাহেব, খালি বন্দুকৰেতো ইহঁতক খেদিব নোৱাৰি। আমি কামান দাগিলেহে সিহঁতেও দাগিব।

মৌলবী—খালি গুলিৰে নহব ভাইচাহাব। সিহঁতক হাতে মাৰিব লাগিব—ভাতে মাৰিব লাগিব। চিপাহী, আনা-চিপাহী চবে ইয়াত মদ্‌ত দিব লাগিব।

চুবাদাৰ—হুৰমুৰত কাম হাচিল নহব জোনাব চাহেব।

মৌলবী—জৰুৰ নহব। আমি খুব হুচিয়াৰচে কাম তামিল কৰিব

লাগিব ।

ব্ৰাহ্মণ—খুনতো চবৰে গৰম দেখিছোঁ। কিন্তু ইংৰাজ চৰকাৰক জোকাই লোৱাতো খুব উচিত নহব !

তুজনমানে ( একেলগে ) —কিয় ? কিয় ?

হাবিলদাৰ—কাৰণ সিহঁত হ'ল চেবৰ বাৎসা আৰু আমি হলো উল্লুকা পাঠ্ঠা !

ব্ৰাহ্মণ—কিন্তু ইংৰাজ চৰকাৰৰ কচুৰ ক'ত ? সিহঁতে তোমাক কি কৰিলে ?

চিপাহী—আমাক কি কৰা নাই কোৱা ?

ব্ৰাহ্মণ—সিহঁত অহাই আমাৰ উপকাৰ হৈছে।

চুবাদাৰ—শুনা, শুনা। ভাইচব ! আমাৰ বাবাজীয়ে কৈছে যে চাহাব চৰকাৰ অহাই দেশৰ উপকাৰ হৈছে। কাৰণ সিহঁতে আমাক বেকচুৰত ৰাস্তাত কুত্তাৰ দৰে গুলি কৰে। বন্দুকৰ টৌটাত গৰু আৰু চুৱৰৰ চৰ্বি ছাটিবলৈ দিয়ে। ৰাজা আমিৰক গদিৰ পৰা খুচিমতে নমায় আৰু উঠায়। সিহঁতৰ ফায়দাৰ বাবে হিন্দুস্থানী চিপাহী দোচৰা দেশত লড়াই কৰিবলৈ যাব লাগে।

চিপাহী—দেশৰ উপকাৰ হৈছে—কাৰণ আমাৰ বাবাজীয়ে ফিৰিঙিৰ জুতা মালিচ কৰিলে বকচিছ পায়।

ব্ৰাহ্মণ—শ্ৰীদূৰ্গা, শ্ৰীদূৰ্গা। দেশত ব্ৰাহ্মণ সজ্জনৰ সন্মান নোহোৱা হ'ল ।

চিপাহী—সেই সন্মান তোমাৰ ফিৰিঙিয়েই নাপাত্তা কৰিলে ।

ব্ৰাহ্মণ—কেৱল ফিৰিঙিৰ দোষ দেখা— নিজৰ দোষ চকুত নপৰে ?

চুবাদাৰ—চকুত পৰিছে বুলিয়েতো সিহঁতক খেদিবলৈ বিচাৰিছোঁ। তুমি আকৌ ওকালতি কৰিছা কিয় ?

ব্ৰাহ্মণ—দহৰ মঙ্গলৰ বাবেই কৈছোঁ। ইংৰাজ চৰকাৰক তোমা-

লোকে নোমডালো লৰাৰ নোৱাৰিবা। সাত সমুদ্র তেৰ নদী পাৰ হৈ আহি তোমাৰ ভয়ত পুনৰ উলতি নাযায়।

চিপাহী— অলবত যাব লাগিব।

ব্ৰাহ্মণ— দেখা যাব।

চিপাহী— জুৰুৰ, জৰুৰ।

ব্ৰাহ্মণ—মঙ্গল পাণ্ডেৰ দশাই, দশা হ'ব তহঁতৰ।

হাবিলদাৰ—(খেদি যায়) মঙ্গল পাণ্ডে? মঙ্গল পাণ্ডে বাপকে বেটা। এক মঙ্গল পাণ্ডেক মাৰিছে— হাজাৰ মঙ্গল পাণ্ডে খাৰা হ'ব।

ব্ৰাহ্মণ—হাজাৰ পাণ্ডে উৰি যাব।

চিপাহী - দেখা যাব। যা তোৰ মালিক ফিৰিঙিক কৈদে— পাৰে যদি ৰোখক।

ব্ৰাহ্মণ—ইয়াকে কয়— সুখে থাকিলে ভুতে কিলায়— (যাবলৈ ধৰে)

চিপাহী—বাচ বাচ (খেদি যায়—ব্ৰাহ্মণৰ প্ৰস্থান)

মৌলবী—বেখাপ্পা নহবা। যাবলৈ দিয়া—

চিপাহী—ইহঁতচব বেইমান। নিমখহাৰাম।

মৌলবী—মীৰ্জ্জাফৰৰ দল সদায় থাকিব। লেকিন তাৰ বাবে মেজাজ খাৰাপ কৰিলে আমাৰহে লোকচান।

চিপাহী—পহিলে ইহঁতক চাফ কৰিব লাগিব জোনাৰ।

মৌলবী—চব হ'ব। এতিয়া শুনা। কোনে কি কাম কৰিব, আমি আগতে ঠিক কৰি লব লাগিব। খুব হুচিয়াৰে চলাফিৰা কৰিবা। ফিৰিঙিয়ে নিশ্চয় তেৰ পাইছে। মীৰ্জ্জাফৰৰ দলে সিহঁতৰ কানত কথা নেপেলোৱাকৈ থকা নাই। আলাপ আলোচনাবোৰ মছজিদ মন্দিৰত পাতিবা। এই লড়াই কেৱল চিপাহীয়ে কৰিলেই নহ'ব। মজদুৰ, ভিষ্টিৱালা, কিষাণ, বেইলদাৰ সকলোৱে সমানে মদ্দত দিব লাগিব। সেইভাৱে সকলোকে তৈয়াৰ কৰা। আজিলৈ

ঘৰাঘৰি যোৱা।

( সকলোৱে মৌলবীক চেলাম দি প্ৰস্থান। ক্ষন্তেক পিছতে চাৰিজন সন্ন্যাসী আৰু চাৰিজন ফকিৰে প্ৰবেশ কৰে।)

মৌলবী— চব তৈয়াৰ ?

( সন্ন্যাসীবিলাকে লাল পদ্ম আৰু ফকিৰ বিলাকে লাল পাঞ্জা হাতত তুলি ধৰে।)

মৌলবী—চাবাছ। আপোনালোক এই বিদ্ৰোহৰ আচল পুৰোহিত আৰু মৌলবী। মালিকৰ নামলৈ চুৰু কৰক।

( মূৰ দোৱাঁই সকলোৰে প্ৰস্থান। আজিজানৰ প্ৰবেশ ।)

আজিজান—কাম কিছু আগ বাঢ়িছেনে জোনাৱ চাহেব ?

মৌলবী— বহুত !

আজিজান—আমি দিল্লীলৈ কেতিয়া কৈ যাম ?

মৌলবী—খুব জল্‌দী। নানা চাহেবৰ হুকুম পালেই আমি যাব লাগিব। তৈয়াৰ থাকিবি।

আজিজান— মই তৈয়াৰ জোনাব সাহেব।

মৌলবী— লেকিন তকলিব তোৰ বহুত হব বেটি।

আজিজান— তকলিব হক জোনাব চাহেব। মই ৰাজি, মই জৰুৰ যাম।

মৌলবী— খোদাই তোৰ ভাল কৰক—

আজিজান— হে খোদা, দোৱা কৰিবা—

( আজিজানে হাতৰ আজলি পাতি নমাজ পঢ়ে। মৌলবীয়ে মালাজপি গাই যায়— "লা ইলাহা ইল্লিলা মহম্মদ ৰচুলল্লা"। মৌলবীৰ গুণ-গুণানিৰ লগে লগে।

পট পৰে

# চতুৰ্থ পৰিস্থিতি

দিল্লীৰ দেৱানী-ই খাছ। সিংহাসন কক্ষ। পট উঠাৰ লগে লগে বাহাদুৰছাহ প্ৰবেশ কৰে। লগে লগে নফৰে ফুকাৰে।

**নফৰ**— পাটচাও আমিৰল উমৰাও আলমগিৰ বাহাদুৰ চাহ—

**বাহাদুৰ**— ( হাতচাপৰি বজাই ) নফৰ ; নফৰ।

**নফৰ** - ( বাহাদুৰৰ কাষ চাপি থিয় হয় ) জাহাঁপনা—

বাহাদুৰ— তই ফুকাৰিছিলি ?

**নফৰ**— হয় খোদাবন্দ্।

**বাহাদুৰ**— কি বুলি ফুকাৰিছিলি ?

**নফৰ** - পাটচাও আমিৰল উমৰাও আলম—

**বাহাদুৰ**— খামোছ ! আলমগিৰ ! তই মোক ঠাট্টা কৰিছ— বেহায়া !

নএৰ— খোদাবন্দ্

**বাহাদুৰ**— মই যদি ফেৰ ফুকাৰা শুনোঁ, তেন্তে তোক মই কাঁটল কৰিম। তোক মই কুত্তাৰ দৰে গুলি কৰিম। ভাগ যাও---

বাহাদুৰ— আলমগিৰ ! মই গোলাম ! মই ফিৰিঙিৰ হাতৰ পুতলা ! মই হিন্দুস্থানৰ মালিক নহওঁ— বাবৰ হুমায়ুণৰ খুন মোৰ শৰীৰত নাই।

খোদা ! এয়ে মোৰ নছিবত আছিল। মোৰ ইহঁতে চব নিলে, মোৰ হিন্দুস্থান নিলে, মোৰ দৌলত নিলে,

মোৰ খিতাব পৰ্য্যন্ত নিলে, তথাপি নফৰে ফুকাৰে পাটচাও আমিৰল উমৰাও আলমগিৰ বুলি, হাঃ হাঃ হাঃ দিল্লীশ্বৰো বা জগদীশ্বৰো বা ! হাঃ হাঃ হাঃ ।

[ অধিৰ হৈ পৰে ]

জিন্নত— ( বেগাই প্ৰৱেশ কৰি )জাহাপঁনা, জাহাপঁনা !

( বাহাদুৰ ছা নিস্তব্ধ হৈ থৰ লাগি, লাহেকৈ মুখ ঘুৰাই জিন্নতৰ ফালে চাই থাকে। মুখৰ পৰা কেৱল ওলায়—"হুঁ" ) দিল্লীৰ সম্ৰাট আপুনি। আপুনি ইমান অস্থিৰ হলে কেনেকৈ চলিব ? আপোনাক অস্থিৰ দেখিলে বাকীবোৰো যে অস্থিৰ হৈ পৰিব। বিপদত ধৈৰ্য্য ধৰক। বেহাল নহব। নানা চাহাৰ অহালৈ অপেক্ষা কৰক। নানা চাহাবে আপোনাক সহায় কৰিব বুলি কথা দিছে। তেওঁৰ ওপৰত ভৰষা ৰাখক।

বাহাদুৰ— কি ক'লা বেগম ? নানা চাহাবৰ ওপৰত ভৰষা ? মোৰ নিজৰ ওপৰতেই আস্থা নাই, নানা চাহাবৰ ওপৰত আস্থা ৰাখোঁ কেনেকৈ ? ভৰষাৰ থলি ক'ত ? মই যে লাছাৰ হৈ গলোঁ বেগম। উদ্ধাৰৰ কোনো ৰাস্তা দেখা নাই।

জিন্নত— ৰাস্তা ওলাব জোনাব. ৰাস্তা উলিয়াৰ লগিব।

বাহাদুৰ— নোৱাৰিবা বেগম। হিন্দুস্থান জহন্নামে গল আৰু নিস্তাৰ নাই।

জিন্নত— হিন্দুস্থান জহন্নামে যাব নোৱাৰে জাহাঁপনা। হিন্দুস্থানৰ কোটি কোটি হিন্দুমুছলমানে তাৰ বাবে জান কোৰ্বান কৰিব। হিন্দুস্থান কেৱল আপোনাৰ দেশ নহয়। আপুনি হিন্দুস্থানৰ প্ৰতীক মাত্ৰ। আপুনি বেহাল হোৱাৰ কোনো যুক্তি নাই জাহাঁপনা। ছাৰা হিন্দুস্থান জাগি উঠিছে। বিদেশীৰ জুলুম আৰু সহ্য নকৰে।

ৰাহাদুৰ— যদি সহ্য নকৰে, তেন্তে বিদ্ৰোহ নকৰে কিয় ? ভূমিকম্প নহয় কিয় ? আগ্নেইগিৰি উদ্‌গিৰণ নহয় কিয় ?

জিন্নত— এই বিদ্ৰোহ কেৱে ৰুখিব নোৱাৰে জাহাঁপনা।

ৰাহাদুৰ— তুমি কবখোজা তেন্তে— বিদ্ৰোহ অনিবাৰ্য্য ?

জিন্নত— অনিবাৰ্য্য জাহাঁপনা। (ভিতৰলৈ চাই) সৌৱা মুকুণ্ডলাল আহিছে।

মুকুণ্ডলাল — (প্ৰবেশ কৰি, কুৰ্ণিচ কৰে) জাহাঁপনা !

ৰাহাদুৰ চাহ— ( লগে লগে কাষ চাপি ) কোন ৰাজ্য আক্ৰমণ কৰিবলৈ মন্ত্ৰণা লৈ আহিছা মুকুণ্ডলাল ( মুকুণ্ডলাল কিছুপৰ নিমাত ) কোৱা, জলদি কোৱা নিমাত হৈ ৰ'লা কিয় ?

মুকুণ্ডলাল— ৰাজ্য আক্ৰমণৰ মন্ত্ৰণা লৈ অহা নাই সম্ৰাট।

ৰাহাদুৰ চাহ— তেন্তে ?

মুকুণ্ডলাল— এটা খবৰলৈ আহিছোঁ জোনাব।

ৰাহাদুৰ— কি খবৰ শীঘ্ৰে কোৱা।

মুকুণ্ডলাল— বাৰাকপুৰ চাউনিত মঙ্গল পাণ্ডে নামৰ দেশী চিপাহী এজনে কেবাজনো ফিৰিঙি চিপাহীক গুলি কৰি মাৰি পেলালে।

ৰাহাদুৰ চাহ— চাবাছ।

মুকুণ্ডলাল— সেই কচুৰত মঙ্গল পাণ্ডেক ফিৰিঙিয়ে ফাঁচি দিলে।

ৰাহাদুৰ— ফাঁচি !

মুকুণ্ডলাল— ফলত সকলো দেশী চিপাহী বিদ্ৰোহী হৈ পৰিছে।

ৰাহাদুৰ— খুব ভাল কৰিছে। বিদ্ৰোহ আমাক লাগে মুকুণ্ডলাল। তুমি খুব ভাল খবৰ আনিছা। মই খুব খুচি, খুব খুচি। তাৰ বাবে তোমাক মই বকচিছ দিম, ভাল বকচিছ দিম। তুমি মোক পাৰামানে বিদ্ৰোহৰ খবৰ আনি দিয়া, বিদ্ৰোহৰ খবৰ।

মুকুণ্ডলাল— আৰু এটা খবৰ আছে, জাহাঁপনা!

বাহাদুৰ – কোৱা, কি যোৱা মুকুণ্ডলাল।

মুকুণ্ডলাল— বিথূৰৰ নানা চাহেব আৰু ঝান্সীৰ ৰাণীৰ মানুহ আহিছে। তেওঁলোকে জাহাঁপনাৰ মোলাকত বিচাৰিছে।

জিন্নত— নানাচাহেব আৰু ঝান্সীৰ ৰাণীৰ মানুহ। যোৱা উজীৰ চাহেব— তুৰন্তে তেওঁলোকক ইয়ালৈকে লৈ আহাঁ।

বাহাদুৰ – তুৰন্তে, তুৰন্তে মুকুণ্ডলাল।

মুকুণ্ডলাল— (যাবলৈ উদ্যত হৈ) আজি নবাব বাহাদুৰ অসুস্থ নেকি?

বাহাদুৰ— অসুস্থ নহওঁ মুকুণ্ডলাল। মই সম্পূৰ্ণ সুস্থ, তুমি যোৱাঁ, অতিথি সকলক তুৰন্তে লৈ আহা।

(মুকুণ্ডলালৰ প্ৰস্থান)

জিন্নত— জাহাঁপনা, নানা চাহেবে নিশ্চয় দৰকাৰী প্ৰস্তাৱ কৰি পঠিয়াইছে। আপুনি সকলো কথা ভালদৰে ভাবি চিন্তি তেওঁৰ লগত সহযোগ কৰক। আপোনাৰ সন্মতি জনাওঁক।

বাহাদুৰ— জিন্নত, জিন্নত। (গাতধৰি) মই খোদাতাল্লাৰ নামত কচোম খাই কৈছোঁ, নানা চাহেবে যদি সঁচাকৈয়ে মোক সহায় কৰে, মই ফিৰিঙিৰ বিৰুদ্ধে আজিয়েই জেহাদ ঘোষণা কৰিম।

জিন্নত— কৰিব জাহাঁপনা?

বাহাদুৰ— জৰুৰ কৰিম। সকলোৱে যদি মোক সহায় কৰে, মই যদি হিন্দুস্থানৰ আজাদি ফিৰাই আনিব পাৰোঁ, তেন্তে দিল্লীৰ মছনদ মই প্ৰজাৰ হাতত গতাই দিম। জিন্নত, মোক হিন্দুস্থানৰ আজাদিহে লাগে — দিল্লীৰ মছনদ নালাগে।

জিন্নত— প্ৰজাই আপোনাৰ এনে মনোভাৱ জানিব পাৰিলে— আপোনাৰ কাষত নিশ্চয় থিয় হব জাহাঁপনা? সমস্ত প্ৰজাই

আপোনাৰ মুখলৈ চাই আছে জাহাঁপনা। হিন্দুস্থানত আজি চিপাহী আছে, কিন্তু চিপাহচালাৰ নাই— কৰ্মী আছে কিন্তু নেতা নাই।

বাহাদুৰ— ঠিক কথা! তেন্তে কোনে সিহঁতক পৰিচালিত কৰিব বেগম?

জিন্নত— পৰিচালিত কৰিব আপুনি নিজে, স্বয়ং দিল্লীৰ পাৎচাই।

বাহাদুৰ— মই? মই জানো পাৰিম জিন্নত?

জিন্নত— নিশ্চয় পাৰিব। হিন্দুস্থানৰ সমগ্ৰ প্ৰজাই যে, আজি তাকেই বিচাৰিছে জাহাঁপনা। আপোনাৰ পৰা এটা ইচাৰা পালেই ছাৰা হিন্দুস্থানৰ অসংখ্য চিপাহী আৰু চিপাহচালাৰে, দেশৰ হকে এই যুঁজত জপিয়াই পৰিব।

( আজিমুল্লা মৌলবী আৰু আজিজানক লৈ মুকুণ্ডলালৰ প্ৰৱেশ। দুয়ো কৰ্নিচ কৰে।)

বাহাদুৰ— কোন এওলোক?

মুকুণ্ডলাল— এওঁ আজিমুল্লা খাঁ, নানা চাহেবৰ উকিল, আৰু এই বালিকা অযোধ্যাৰ বেগমৰ সহচৰী আছিল। মৌলবী চাহেব তেওঁৰ অভিভাৱক।

বাহাদুৰ— বাৰু মুকুণ্ডলাল। তুমি বাহিৰত অপেক্ষা কৰা! কেৱে যেন এতিয়া ইয়ালৈ প্ৰৱেশ নকৰে।

মুকুণ্ডলাল— যো হুকুম, জাহাঁপনা!

( মুকুণ্ডলালৰ প্ৰস্থান )

জিন্নত— ( আজিজানৰ কাষলৈ গৈ ) তুমি অযোধ্যাৰ বেগমৰ সহচৰী আছিলা?

আজিমুল্লা— এই বালিকাই প্ৰথমে অযোধ্যাৰ বেগম সকলৰ ওপৰত ফিৰিঙিয়ে কৰা অত্যাচাৰৰ কাহিনী ঝান্সীৰ ৰাণীক পেছ কৰে।

ৰাহাদুৰ— তিৰোতাই নিজৰ দৰদৰ কথা তিৰোতাক নকৈ কাক ক'ব উকিল চাহেব ?

আজিমুল্লা— ঝান্সীৰ ৰাণীৰ সুগঠিত নাৰী বাহিনীৰ উদ্ভৱৰ কাৰণো এটা হল, এই বালিকা।

বাহাদুৰ— বাপ্‌কা বেটি, ঝান্সীৰ ৰাণী লক্ষ্মীবাই। জিন্নত, এই বালিকাক অন্দৰ মহললৈ লৈ যোৱা।

জিন্নত— ব'লা বালিকা।

( জিন্নত আৰু আজিজানৰ প্ৰস্থান )

আজিমুল্লা— নবাব বাহাদুৰৰ হুকুম পালে, আমি আমাৰ আৰ্জি পেছ কৰিব পাৰোঁ।

ৰাহাদুৰ— কি আৰ্জি উকিল চাহেব।

আজিমুল্লা— নানাচাহেবে ইতিমধ্যে পত্ৰ আদান-প্ৰদান আৰু যোগাযোগৰ দ্বাৰা, হিন্দুস্থানৰ সকলো ৰাজা-মহাৰাজা, আমিৰ ওমৰাওক এক মতলৈ আনিবলৈ সক্ষম হৈছে—জাহাঁপনা।

বাহাদুৰ— সুন্দৰ কথা। নানা চাহেব বিচক্ষণ লোক।

আজিমুল্লা— সকলো আয়োজন সম্পূৰ্ণ। আজি ছাৰা হিন্দূস্থান গৰম হৈ উঠিছে। আপুনি এতিয়া অগ্নি সংযোগ কৰিবলৈ হুকুম দিব লাগে।

বাহাদুৰ— অগ্নি সংযোগ? কিন্তু কৰিব কোনে?

আজিমুল্লা— তোপদাৰ সকল সাজু হৈ আছে। মাত্ৰ আপোনাৰ হুকুম লাগে।

বাহাদুৰ— মোৰ হুকুম ?

আজিমুল্লা— হয় জাহাঁপনা। হিন্দূস্থানৰ স্বাধীনতাৰ এই প্ৰথম যুদ্ধত আপুনি আমাৰ কৰ্ণধাৰ হব লাগে।

ৰাহাদুৰ— কোনে? মই? ( ইতঃস্ততঃ কৰি )

কিন্তু উ - কি - ল চা - হে - ব ...

( জিন্নত আৰু আজিজানৰ প্ৰবেশ )

জিন্নত — ইয়াত কোনো কিন্তু নাই জাহাঁপনা! উকিল চাহেব—, হিন্দুস্থানৰ প্ৰজাৰ যদি এয়ে বাঞ্চা হয়, তেন্তে দিল্লীৰ পাৎচাই এই বিদ্ৰোহৰ গুৰি ধৰিব।

বাহাদুৰ— যদি কোনোবাই বিশ্বাস ঘাটকতা কৰে?

আজিজান— বিশ্বাস ঘাটকে ৰেহাই নাপাব জাহাঁপনা!

বাহাদুৰ— যদি হিন্দু-মুছলমানৰ কেনেবাকৈ মতানক্য ঘটে?

আজিমুল্লা— সি অমূলক চিন্তা জাহাপঁনা। মই নিজে মুছলমান। কিন্তু মই হিন্দু গৌৰৱ নানা চাহেবৰ বিশ্বাসী কৰ্ম্মচাৰী। মই তেওঁৰ পৰামৰ্শদাতা। নানা চাহেবে কেৱল হিন্দুৰ কাৰণে ফিৰিঙিৰ লগত লড়াই কৰিব বিচৰা নাই। এই বিদ্ৰোহত হিন্দু-মুছলমান উভয়ৰে স্বাৰ্থ জড়িত। ফিৰিঙি, হিন্দু-মুলমান উভয়ৰে দুস্মন। ছাৰা হিন্দুস্থানৰ দুস্মন।

বাহাদুৰ— উকিল চাহাবৰ যুক্তিৰ তাৰিফ কৰিছোঁ, কিন্তু—

জিন্নত— ইয়াত কোনো কিন্তু নাই জাহাঁপনা।

বাহাদুৰ— মই হোঁ বুলিলেই কাম হাছিল হবনে?

আজিজান— নিশ্চয় হ'ব জাহাঁপনা।

আজিমুল্লা— আপুনি কেৱল সন্মতি দান কৰক জাহাঁপনা।

বাহাদুৰ— সন্মতি মই দিলোঁ। মই এই যুদ্ধত প্ৰজাক সকলো প্ৰকাৰে পৰিচালনা কৰিম। আজিৰ পৰা মই হিন্দুস্থানৰ পাৎচাই নহওঁ, মই এজন আজ্ঞাবাহী প্ৰজামাত্ৰ। দিল্লীৰ মছনদ মই হিন্দুস্থানৰ সমগ্ৰ প্ৰজাৰ হাতত তুলি দিলোঁ। দিল্লীৰ যি ৰাজকোষ সি আজিৰ পৰা প্ৰজাৰ সম্পত্তি। যোৱা, অগ্নিসংযোগৰ ব্যৱস্থা কৰা।

বাৰু উকিল চাহেব, আমি প্ৰথমতে কি কৰিম?

আজিমুল্লা— আচনি প্ৰস্তুত জাহাঁপনা। মাত্ৰ আপোনাৰ অনুমোদনৰ প্ৰয়োজন।

বাহাদুৰ— চমুতে বুজাই দিয়া।

আজিমুল্লা— আমি একেদিনাই, একে সময়তে, ছাৰা হিন্দুস্থানত বিদ্ৰোহ আৰম্ভ কৰিম।

জিন্নত -- উত্তম ব্যৱস্থা।

বাহাদুৰ— সকলোৰে সেয়ে মত ?

আজিমুল্লা— হয় জাহাঁপনা।

বাহাদুৰ— সেইমতে ব্যৱস্থা কৰা হৈছে ?

আজিমুল্লা— সেই বিষয়ে জাহাঁপনা নিশ্চিন্ত থাকিব পাৰে। ফিৰিঙিক সকলো ঠাইতে সকলো ফালৰ পৰা ব্যতিবস্ত কৰি তোলা হ'ব। দেশী চিপাহীয়ে সিহঁতৰ চাউনীত অগ্নি সংযোগ কৰিব—গুলি কৰিব—সিহঁতক হত্যা কৰিব—আটক কৰিব। জণসাধাৰণে সিহঁতৰ লগত সকলো প্ৰকাৰে অসহযোগ কৰিব। গৰিলা যুদ্ধ কৰিব—ৰেলৰ লাইন, টেলিগ্ৰাফৰ লাইন কাটি দিব—সিহঁতৰ ৰচদ পৰ্য্যন্ত বন্ধ কৰিব।

বাহাদুৰ— কৰিব নে ?

আজিমুল্লা— তাৰ ব্যৱস্থা কৰা হৈছে জাহাঁপনা।

বাহাদুৰ— কোন তাৰিখে চুৰু কৰিবা ?

আজিমুল্লা -- ১৮৫৭ চালৰ ২৩ জুন তাৰিখে।

বাহাদুৰ— ২৩ জুন তাৰিখে কিয় ?

আজিমুল্লা — সিদিনা পলাশী যুদ্ধৰ শতবাৰ্ষিকী জাহাঁপনা!

বাহাদুৰ— পলাশী যুদ্ধৰ শতবাৰ্ষিকী। পাহৰি যাওঁ—উকিল চাহেব। সকলো পাহৰি যাওঁ। কিন্তু অতি শুভদিন নিৰ্দ্ধাৰিত কৰিছা। তোমালোকৰ শলাগ লৈছোঁ। পলাশীৰ যুদ্ধ। এই যুদ্ধতে

১৮৫৭

হিন্দুস্থানে পহিলা পৰাজয়ৰ গ্লানি শিৰপাতি ল'ব লগা হৈছিল। এই এশ বছৰে চিৰাজৰ আত্মাই শান্তি পোৱা নাই। আকাশ বতাহত চিৰাজৰ আত্মাৰ আৰ্ত্তনাদ শুনা যায়। হিন্দুস্থানৰ মাটি আচমান চব লাল হৈ আছে। সকলোতে চিৰাজৰ খুন। কাণ পাতিলেই শুনা পাবা— চিৰাজৰ আৰ্ত্তনাদ— চিৰাজে চিয়ৰি চিয়ৰি কৈ আছে— পলাশীৰ প্ৰতিশোধ, পলাশীৰ প্ৰতিশোধ লাগে।

[ যেন উন্মাদ হৈ পৰে, জিন্নতে বাহাদুৰক ধৰি লয় ]

জিন্নত বিহ্বল নহব জাহাঁপনা।

আজিমুল্লা— আপুনি স্থিৰ হওক জাহাঁপনা। সোণৰ হিন্দুস্থান পুনৰ সেউজীয়া হৈ পৰিব। আপোনাৰ সুস্থ সবল পৰিচালনা হিন্দুস্থানৰ আজি বিশেষ প্ৰয়োজন।

বাহাদুৰ— হম উকিল চাহেব, মই সুস্থ হম, মই স্থিৰ হম ; এই-বাৰ মই এনেভাৱে পৰিচালনা কৰিম, যে মোৰ কোনো কথাত তোমালোকে খুত একন নাপাবা। ফিৰিঙি এইবাৰ ধূলিৰ আগত উৰি যাব। কিন্তু উকিল চাহেব! আমাৰ চিপাহী ?

আজিমুল্লা— ছাৰা হিন্দুস্থানৰ দেশী চিপাহীবোৰে মাত্ৰ আপোনাৰ আদেশলৈ অপেক্ষা কৰি আছে। ইংৰাজৰ মাত্ৰ চল্লিছ হেজাৰ সৈন্য। আমাৰ দেশী চিপাহীৰ সংখ্যা দুই লাখ পোন্ধৰ হেজাৰ। একেলগে বিদ্ৰোহ আৰম্ভ কৰিব পাৰিলে আমাৰ জয় সুনিশ্চিত।

জিন্নত— তাত সমূলি সন্দেহ নাই।

বাহাদুৰ— সিহঁতৰ মন বুজিব পাৰিছা ?

আজিমুল্লা— সকলোকে ক্ষুব্ধ কৰি তোলা হৈছে।

বাহাদুৰ— মই তেনেহলে আজিয়েই জেহাদ ঘোষণা কৰিম।

(লগে লগে বাহিৰত কোলাহলৰ মাজত ২১টা টোপধ্বনি হয়। দূৰৰ পৰা চিপাহী বিলাকে চিঞৰি আছে— "দিল্লীৰ পাৎচা জিন্দাবাদ"—"হিন্দুস্থান জিন্দাবাদ।" আৰহ ৰণবাদ্য বাজি উঠে)

বাহদুৰ— (ব্যগ্ৰ হৈ) কিহৰ গণ্ডগোল?

আজিমুল্লা— ধৰিব পৰা নাই জাহাঁপনা!

বাহাদুৰ— মুকুণ্ডলাল!

মুকুন্দলাল— (প্ৰবেশ কৰি কুৰ্ণিচ কৰে) জাহঁপনা।

বাহাদুৰ— দেৱানী খাচৰ আগত কিহৰ গোলমাল?

মুকুণ্ডলাল— দেশী চিপাহী বিলাক উত্তেজিত হৈ বাদচাহৰ জয়-ধ্বনি কৰিব ধৰিছে। সিহঁতৰ চিপাহ চালাৰ হ'ল টান্টিয়া টোপে।

বাহাদুৰ— টান্টিয়া টোপে?

মুকুণ্ডলাল— তেওঁ পৎচাৰ সাক্ষাত বিচাৰিছে।

আজিমুল্লা— টান্টিয়া টোপে বা-মাৰলিৰ দৰে বিদ্ৰোহ চুৰু কৰিবলৈ গুমৰি ফুৰিছিল।

বাহাদুৰ— তুৰন্তে টোপেক লৈ আহা। (মুকুণ্ডলালৰ প্ৰস্থান)

বাহাদুৰ— বিদ্ৰোহ নিশ্চয় আৰম্ভ হ'ল উকিল চাহেব।

জিন্নত— তাৰ বাহিৰে যে উপায় নাই জাহাঁপনা।

(টান্টিয়াটোপে প্ৰবেশ কৰি কুৰ্ণিচ কৰে। লগত মুকুণ্ডলাল। বাহিৰত কোলাহল চলি থাকে।)

বাহাদৰ— মোৰ দেৱানী খাচৰ সন্মুখত তুমি বিশৃঙ্খল সৃষ্টি কৰাৰ কাৰণ?

টোপে— বেয়াদপি মাফ কৰিব জাহাঁপনা! বিদ্ৰোহ চুৰু হ'ল। আপুনি এতিয়া নেতৃত্ব গ্ৰহণ নকৰিলে বিশৃঙ্খলতাৰ বাবে সকলো পণ্ড হব।

বাহাদুৰ— বিদ্ৰোহ চুৰু হ'ল? ক'ত? কেনেকৈ?

টোপে— দেশী চিপাহীয়ে দিল্লীত থকা ফিৰিঙিৰ সকলো কিল্লা দখল কৰি পেলাইছে।

বাহাদুৰ— দখল কৰি পেলাইছে?

টোপে— হয় জাহাঁপনা। দিল্লীৰ ফিৰিঙি বিলাকক বন্দী কৰা হৈছে। মিৰাটতো একে অৱস্থা। পেছোৱাৰৰ পৰা মণিপুৰলৈকে সকলো চিপাহী উন্মত্ত হৈ পৰিছে—সিহঁতক কেৱল ফিৰিঙিৰ তেজ লাগে।

বাহাদুৰ— কিন্তু মই কি কৰিব লাগে?

টোপে— খোদাবন্দ! এই বিদ্ৰোহ আপোনাৰ নেতৃত্বত পৰিচালনা হ'ব লাগে। আপুনি আজাদিৰ ঝাণ্ডা তুলি ধৰক। সকলো তাৰ তলত খাৰা হ'ব। আপুনি হুকুম কৰক— ফিৰিঙিক ভাৰত মহাসাগৰত এটা এটাকৈ নিক্ষেপ কৰোঁ।

জিন্নত— আপুনি সন্মতি দিয়ক জাহাঁপনা!

বাহাদুৰ— আজাদিৰ ঝাণ্ডা, মোৰ হুকুম। কিন্তু টোপে?

টোপে— জাহাঁপনা!

বাহাদুৰ— তাৰ বাবেতো ধন লাগিব। মোৰ কোষাগাৰততো অপৰিমিত ধন নাই। চিপাহীবোৰক বেতন দিম ক'ৰ পৰা?

টোপে— কুছ পৰোৱা নাই জাহাঁপনা! ইংৰাজৰ কোষাগাৰ লুট কৰি আনি আপোনাৰ পদতলত ছটিয়াই দিম।

আজিমুল্লা— সকলো মতলব কৰা আছে জাহাঁপনা। আপুনি মাত্ৰ সন্মতি দান কৰক।

আজিজান— ছাৰা হিন্দুস্থানৰ এয়ে আকুল নিবেদন জাহাঁপনা।

জিন্নত— জাহাঁপনাৰ নেতৃত্ব সমস্ত প্ৰজাই দাবী কৰিছে। আপুনি সন্মতি দিবই লাগিব।

বাহাদুৰ— মই মঞ্জুৰ কৰিছোঁ। বিদ্ৰোহ ঘোষণা কৰা। পৰিচালনাৰ দায়িত্ব মই গ্ৰহণ কৰিছোঁ। মুকুন্দলাল, মোৰ ফটোৱা জাৰি কৰি দিয়া। (কাষলৈ গৈ চিয়ঁৰি কয়) দিল্লীৰ সম্ৰাট, মই বাহাদুৰ চাই হিন্দু-মুছলমান ধনী-দুখী সকলোকে কৰপুতে প্ৰাৰ্থনা জনাইছোঁ—সকলোৱে এই বিদ্ৰোহ জাতিয় যুদ্ধ বুলি গ্ৰহণ কৰক—কেৱে যেন বিশ্বাসঘাতকতা নকৰে—ভীৰুৰ দৰে যেন কেৱে আচৰণ নকৰে। সকলোৱে জেহাদত সংযুক্ত ভাবে যোগ দিয়ক। হিন্দুস্থানৰ সন্মান ৰক্ষা কৰক। আপোনালোক যক; যেয়ে যতে যেনেকৈ পাৰে বিদ্ৰোহৰ বাণী প্ৰচাৰ কৰক।

(লগে লগে জয়ধ্বনি হয়— "দিল্লীৰ পাৎচা জিন্দাবাদ—হিন্দুস্থান জিন্দাবাদ—দিন্ দিন্ বল দিন্—হৰ-হৰ মাহাদেউ।" ইত্যাদি।)

—পট পৰে—

# পঞ্চম পৰিস্থিতি

চতুৰ্থ পৰিস্থিতিৰ শেষত পট পৰাৰ লগে লগে বন্দুক কামানৰ শব্দ আৰম্ভ হ'ব। লগে লগে পুনৰ পট উঠিব। মঞ্চ সম্পূৰ্ণ এন্ধাৰ হৈ থাকিব। তিনি মিনিটমান সময় কেৱল গোলা বাৰুদৰ ৰঙা নীলা চকামকা পোহৰ, ধোঁৱা আৰু বন্দুক কামানৰ শব্দ হৈ থাকিব। পাৰিলে বতাহ-ধুমুহাৰ দুৰ্যোগ উপস্থিত কৰিব। আৱহ সংগীতত ৰণবাদ্য চলি থাকিব। মাজে মাজে চিপাহীৰ কোলাহল আৰু ৰণহুঙ্কাৰ, জয়ধ্বনি শুনা যাব।

লাহে লাহে মঞ্চ নিজম পৰিলে পট পেলাব।



# ষষ্ঠ পৰিস্থিতি

[ ইংৰাজ চিপাহীৰ চাউনি। চাউনিত কেৱল মাত্ৰ চন্তৰিৰ চকি ঘৰটো দেখা যায়। আৰম্ভ পাশ্চাত্য সংগীত ধীৰে ধীৰে বাজি থাকে। পট উঠাৰ লগে লগে চকি ঘৰত চন্তৰিটো দেখা যায়। ভিতৰৰ ফালৰ পৰা চুবাদাৰ আৰু হাবিলদাৰ সোমাই আহে। চকিঘৰৰ কাষেৰে চিপাহী এজন সোমাই আহে। মাত্ৰ মঞ্চত ভেটাভেটি হয়। ]

চুবাদাৰ— কামাণ্ডাৰ চাহাব আছে?

চিপাহী— আছে। এইমাত্ৰ দপ্তৰখানাৰ পৰা বঙলাত সোমাইছে। এতিয়া কিজানি গোচল কৰিব। বাকী চব গোৰা চিপাহীও বেৰেকত সোমাইছে।

চুবাদাৰ— তোমাৰ কাম হাছিল?

চিপাহী— একদম চাফাই। বঙলাৰ আগে পিছে আৰু দয়োকাষে থৈ আহিছোঁ।

হাবিলদাৰ— চাবাছ জোৱান।

চিপাহী— তুমি যোৱা। হুচিয়াৰ। এন্ধাৰ হোৱাৰ লগে লগে, বুজিলা? বটাই দিয়া মতে কাম কৰিবা। ফেৰ বুজাই দিবৰ সময় নহব। যোৱা— [ চিপাহীৰ প্ৰস্থান ]

হাবিলদাৰ— ইহঁতৰ দিন খতম হ'ল।

চুবাদাৰ— ৰ'বা হাবিলদাৰ চাহাব। হুচিয়াৰে চলিবা। সিহঁতৰো অলপ সন্দেহ হৈছে নেকি!

হাবিলদাৰ— আৰে পাত্তাই নাপাব। কামান দাগিব চুৰু কৰিলে

সোনকালে বন্ধ নহয়।

চুবাদাৰ— তাকে সাপ মাৰি নেগুৰত বিষ থব নোৱাৰি—গুষ্টিচুন্ধা চাফ কৰিবলৈ ব্যৱস্থা কৰিব লাগিব। এই চাউনিতে সিহঁতক কবৰ দিব লাগিব।

হাবিলদাৰ— ৰ'বা চুবাদাৰ চাহাব? (বাহিৰলৈ আঙুলিয়াই) কোনোবা এজন আহিছে।

চুবাদাৰ— কোন?

হাবিলদাৰ— ধৰিব নোৱাৰি।

চন্তৰি— (চকি ঘৰৰ পৰা ব্ৰাহ্মণ সোমোৱাৰ লগে লগে) Halt! who comes there?

[ব্ৰাহ্মণ উচপ খাই উঠে।]

চুবাদাৰ— (কাষলৈ গৈ চায়) অ' আমাৰ বাবাজী!

ব্ৰাহ্মণ— উহ। এনেকৈ চিয়ঁৰ মাৰেনে?

চুবাদাৰ— ইহঁতৰ গলাৰ আৱাজেই এনেকুৱা। পাছে আপুনি অসময়ত চাহাবৰ দেৰাৰ ফালে দেখোন?

ব্ৰাহ্মণ— কামাণ্ডাৰ চাহাবক বোলো চেলাম এটা দি আহোঁ।

হাবিলদাৰ— চাবা আকৌ। তোমাক চাহাবে নি বিলাত পোৱাবগৈ।

ব্ৰাহ্মণ— না, না, না। চাহাব তেনেকুৱা লোক নহয়, তোমালোকে ভুল বুজি আছা। বাৰু চাহাব বঙলাত আছেনে?

চুবাদাৰ— নাই বাবাজী, চাহাব অলপ আগতে ওলাই গ'ল।

হাবিলদাৰ— চহৰত বোলে বৰ গণ্ডগোল

ব্ৰাহ্মণ— মই চাহাবক তাকেতো কাণ চুৱাওঁ বুলি আহিছিলোঁ।

হাবিলদাৰ— সেইটো অনুমান কৰিছোঁ।

চুবাদাৰ— চব কালা আদমিৰ কাম।

ব্ৰাহ্মণ— তোমালোকেইতো তাৰ গুৰি। চিপাহীৰটো কথাই নাই, দোকানী, পোহাৰী ভিষ্টিৱালা, কিষাণ, মজদুৰ সকলোকে উচতাই দিছা। মঙ্গলতো কাৰো নহব!

চুবাদাৰ— খুব খাৰাপ হৈছে।

হাবিলদাৰ— দেখা বাবাজী। আজিৰ পৰা তুমি কোনো চাহাবৰ কাষলৈ নাযাবা।

ব্ৰাহ্মণ— কিয়?

হাবিলদাৰ— মানা কৰিছোঁ।

ব্ৰাহ্মণ— গ'লে কি হ'ব?

হাবিলদাৰ— কোনোবাই তোমাকো কাটল কৰিব, বামুণীৰ ওচৰ নাপাবাগৈ।

আন ৰোজগাৰ নাই যদি ভীক্ষা কৰিবলৈ নোলোৱা কিয়?

ব্ৰাহ্মণ— কি কলি? মোক ভীক্ষা কৰিবলৈ কলি! তই ধ্বংস হবি, তোৰ বংশ উৰ্চ্ছেদ হ'ব।

হাবিলদাৰ— শগুণৰ শাপত? (খেদামাৰি যায়)

চুবাদাৰ— (তৎক্ষণাত দুয়োৰো নাজত সোমায়) থামা, থামা। বাবাজী, তুমি উভতি যোৱা। চব গৰম হৈছে।

হাবিলদাৰ— ফেন যদি তোক কোনোবা চাহাবৰ কাষ চপা শুনোঁ বা দেখোঁ, তোৰ পহিলে ঠেং দুখন ভাঙি পেলাম।

ব্ৰাহ্মণ— আৰ্চ্ছা। দেখা যাব। (প্ৰস্থান)

চুবাদাৰ— যাব দিয়া। নহলে বাবাজীও উৰি যাব।

হাবিলদাৰ— গোৱেন্দাগিৰি কৰিব আহিছে —!

চুবাদাৰ— ৰ'বা, ৰ'বা। (কাণপাতি শুনে। দূৰত গীত আৰম্ভ হয়।) কোনোবাই গান গাইছে। আউৰতৰ গলা।

হাবিলদাৰ — কোনোবা ভীক্ষাৰী হব পাৰে। (কাণ পাতি) আহ্‌হা! লেকিন কি খোবচোৰত তাৰ গলা। (গান গোৰাৰ ফালে চায়) অ', আমাৰ ফালেই আহিছে দেখোন।

(মৌলবী আৰু আজিজানৰ প্ৰবেশ। গানৰ কেৱল গুণগুননি শুনা যায়।)

হাবিলদাৰ— এই লেড়কি? ইয়াত কিহৰ গান? এইটো চিপাহীৰ চাউনী।

আজিজান—সেইটো তোমালোকক দেখিয়ে বুজিছোঁ, কিন্তু ভাই চাহাব—চিপাহীয়েওতো গান শুনে! চিপাহীওতো মানুহ।

চুবাদাৰ— বহুত দিলদাৰ লেড়কি দেখিছোঁ!

হাবিলদাৰ— আৰে চিপাহী কেনেকৈ মানুহ হব? চিপাহীচব জনোৱাৰ। মেহেৰবানীও কৰে, বেইমানীও কৰে।

আজিজান— মোক কি বেইমানী কৰিবা ভাই চাহাব! মইতো ভীক্ষাৰী। মোক তোমালোকে মেহেৰবানী কৰিব লাগিব।

চুবাদাৰ— আচ্ছা বেটি। জল্‌দী জল্‌দী এটা গান গা। আৱাজ একদম কমতি!

আজিজান— (উৎসাহিত হৈ) খাদত?

চুবাদাৰ— হাঁ খাদত। কামাণ্ডাৰ চাহেব শুনিলে বন্ধ কৰি দিব। তোকো বেজ্জতি কৰিব পাৰে।

(আজিজানে গান গায়)

কিচিকি সাথ তুম্ প্যাৰে
মহব্বত কৰ ৰহি হেয়।
আপনা চমঝি কিচিকি সাথ
তুম্ মৌজ কৰ ৰহি হেয়॥

যিচকে চাথ তুম মহব্বত কিয়া,
উচনে তুমকো ডালি জহৰ,
দোষ্ট বনকে দুশ্মন তেৰা,
দিলমে আগ লাগায়া হেয় ॥
ইয়াদ কেৰ ইয়াদ কেৰ
দোষ্ট্ দুশ্মন কোন হেয়,
ঝুঠা চাচ্ছা চমঝ ঠিকচে—
ভুলনা প্যাৰে মুস্কিল হেয় ॥

হাবিলদাৰ— বহুত আচ্ছা।

আজিজান— (কুৰ্নিছ কৰি) মোৰ ইনাম?

(হাবিলদাৰ অৰু চুবাদাৰে জেপৰ পৰা পইছা উলিয়ায়।)

আজিজান— বহুত চুক্ৰিয়া। কিন্তু ভাই চাহাব, মইতো খালি পইছাৰ কাৰণে গান গাই ফুৰা নাই!

হাবিলদাৰ— মতলব?

আজিজান— গান গাই ফুৰিছোঁ, বিলকুল পাগল হৈ।

হাবিলদাৰ— জোৱান লেড়কী, পাগল তো হবিয়ে। এটা চাদি কৰ, আৰামচে থাক!

আজিজান— চাদিৰ বাবে পাগল হোৱা নাই, ভাই চাহাব।

চুবাদাৰ— তবে কি মতলব? দেখ লেড়কী। দিন কাল ভাল নহয়। ইজ্জত লৈ ঘৰলৈ উভতি যা।

আজিজান— হিন্দুস্থানৰ লেড়কীৰ আজি ইজ্জত ক'ত আছে জোনাব চাহাব?

চুবাদাৰ— কিয়!

আজিজান— আমাৰ নিচিনা গানেৱালীৰতো কথাই নাই—বেগম, চাহাজাদী সকলৰ ইজ্জতেই বা সিহঁতে ক'ত ৰাখিছে?

চুবাদাৰ— কোনে?

আজিজান— তোমালোকৰ মালিক—ফিৰিঙি চাহাবে।

( চুবাদাৰ আৰু হাবিলদাৰে চকুৰৈ চোৰা চুৰি কৰে। মৌলবীৰ মালাজপা খৰ হয়। )

হাবিলদাৰ— বুজিছোঁ। কিন্তু তই এইদৰে গান গাই ফুৰাৰ মতলব ?

আজিজান—তোমালোক কিমান তৈয়াৰ তাকে জানিব পাৰিম বুলি। তোমালোকৰ পৰা কথা পাম বুলি।

মৌলবী— ( ভীক্ষা পাত্ৰ আগবঢ়ায় দি ) ভীক্ষা মালিক !

চুবাদাৰ— ( পাত্ৰৰ পৰা লাল পাঞ্জা এটা উলিয়ায় ) লাল পাঞ্জা ? ঠগবাজি নহয়তো ?

( মৌলবীয়ে জোলোঙাৰ পৰা লাল পদ্ম এটা উলিয়াই দিয়ে ! )

চুবাদাৰ— লাল পাঞ্জা। লাল পদ্ম !

আজিজান— এতিয়া বুজি পাইছা ?

চুবাদাৰ— বুজিলোঁ। কিন্তু তোৰ কোনো ভয় নাই ?

আজিজান—মোৰ ভয়তকৈ হিন্দুস্থানৰ ভয়ৰ কথা চিন্তা কৰা। দেশৰ ভাণ্ডৰ বিপদ। চাৰা আচমান কালা হৈ আহিছে। তুফান আহি পালে।

চুবাদাৰ—হাবিলদাৰ চাহাব, কোনোবা আহিছে নেকি চোঁৱা।

( হাহিদাৰ কাষলৈ গৈ দূৰলৈ চাই উভতি আহে। )

বাকী সকলোৱে তৈয়াৰ ?

আজিজান—বিল্‌কুল তৈয়াৰ। তোমালোকে ?

চুবাদাৰ— আমিও তৈয়াৰ। তই বেফিকিৰ উভতি যাব পাৰ।

হাবিলদাৰ—চুবাদাৰ চাহাব। কামাণ্ডাৰ আহিছে !

চুবাদাৰ— এই তহঁত যা। ( ডাণ্ডৰকৈ শুনাই ) এই লেড়কী হিয়াচে ভাগ ; জল্‌দী ভাগ।

কামাণ্ডাৰ— ( প্ৰৱেশ কৰি ) এই লেড়কী! তুমকো ক্যা মাংটা হেয় ?

চুবাদাৰ— গানেৱালী চাহাব।

কামাণ্ডাৰ— লেকিন হিঁয়ামে ক্যা হেয় ?

চুবাদাৰ— তাই আপোনাৰ ওচৰলৈ যাব বিচাৰিছিল, আমি যাব দিয়া নাই!

কামাণ্ডাৰ—ঠিক হেয়। She may be a spy. এই লেড়কী এইঠু চিপাহী কা ডেৰা হেয়, তুম হিয়াচে ভাগ যাও।

আজিজান— ( হাঁহি ) চাহাব ভাগ যায়েগা।

কামাণ্ডাৰ— চাহাব ভাগ যায়েগা ? হামলোগ ভাগ যায়েগা ?

চুবাদাৰ— নহয় চাহাব। লেড়কী খোদ ভাগ যায়েগা! এই লেড়কী জল্‌দি ভাগ যাও।

আজিজান— ( চাহাবক ) চেলাম হুজুৰ। ( চুবাদাৰ হাবিলদাৰক ) চেলাম জোনাব, চেলাম।

[ মৌলবী আৰু আজিজানৰ প্ৰস্থান )

কামাণ্ডাৰ— চুবাদাৰ !

চুবাদাৰ-- জি হুজুৰ।

কামাণ্ডাৰ— বহুত খাৰাপ টাইম আছে। চাৰো তৰফ গোলমাল, খালি গোলমাল। হিয়াঁ চব ঠিক হেঁয় ?

চুবাদাৰ— চব ঠিক আছে হুজুৰ।

কামাণ্ডাৰ— জুথমুথ গোলমালমে ক্যা ফায়দা আছে ? দেখ চুবাদাৰ চাব ?

চুবাদাৰ— জি হুজুৰ!

কামাণ্ডাৰ — কুই বাহাৰকা আদমি হামাৰা চিপাহীলোককা চাথ কুই বাত-চিত নাহি কেৰেগা, ঠিক হেয় ?

চুবাদাৰ— ঠিক হেয় হুজুৰ!

কামাণ্ডাৰ— হামাৰা চিপাহীলোক খায়েগা, পিয়েগা, আৰাম কৰেগা। আউৰ ডিউটিকা বখত ঠিকচে ডিউটি কৰেগা, মালুম ?

চুবাদাৰ— মালুম হুজুৰ।

কামাণ্ডাৰ— হাবিলদাৰ চাহেব !

হাবিলদাৰ— জি হুজুৰ ।

কামাণ্ডাৰ— কাল ফজিৰ তুম কটোৱালকা পাছ যাও।

হাবিলদাৰ— ঠিক হেয় হুজুৰ !

কামাণ্ডাৰ— উচকো ব'ল দেউ। চেহেৰমে হৰবখত দুশ্মনলোক আগ লাগাতা হেয়। That must stop. উচকো বন্দ কৰেগা। বদমাইচ লোককো এৰেষ্ট কৰেগা। যিচকু উপৰ চোভা হেয়, উচকো Black listed কৰেগা। ঠিক হেয় ?

হাবিলদাৰ— হুজুৰ ।

কামাণ্ডাৰ— চুবাদাৰ চাহেব !

চুবাদাৰ— জি হুজুৰ !

কামাণ্ডাৰ— কুই চিপাহী হুকুম নাহি মানেগা, grumbling কেৰেগা তং উচিকাভি চাজা হোগা। কুইকো উপৰ চোভা হোগা ত উচকো disarm কেৰেগা আউৰ Court marshall কৰেগা ।

চুবাদাৰ— ঠিয় হেয়, হুজুৰ ।

কেপ্টেইন—(প্ৰবেশ কৰি) Good afternoon Sir,

কামাণ্ডাৰ—Good afternoon Captain.

কেপ্টেইন— Here is a telegram Sir

[ টেলিগ্ৰামখন দিয়ে ]

কামাণ্ডাৰ— ( টেলিগ্ৰাম খুলি পঢ়ে ) Canpur is in the hands of mutineers. চুবাদাৰ চাহাব !

চুবাদাৰ— জি হুজুৰ ।

কামাণ্ডাৰ— চিপাহীলোক কানপুৰকা ইংৰাজ কুঠি Seize কৰিছে। নিমখহাৰমী কৰিছে। তুমলোকভি নিমখহাৰামী কৰণে মাংতা ?

চুবাদাৰ— কভি নেহি চাহেব।

কামাণ্ডাৰ— ( গাত হাত চপৰিয়াই ) চাবাছ। হাঁ, নিমখহাৰামী মত কৰ। অংৰেজলোক হিন্দুস্থানকা দুশ্মন নাহি আছে। হামকুভি তন্‌খা মিলিছি, তুমকুভি তন্‌খা মিলিছে।

চুবাদাৰ— জৰুৰ হুজুৰ।

কামাণ্ডাৰ— বিদ্রোহ হামিলোগ বৰ্দাস্ত নাহি কৰেগা। অংৰেজ-লোক ভেৰা নাহি আছে। কুই চিপাহী বিদ্রোহ কৰেগা ত হামলোক উচকা ঠাণ্ডা বানায়েগা

চুবাদাৰ—জানো চাহাব।

কামাণ্ডাৰ— Captain, Henceforth be very vigilant Rely nobody.

কেপ্টেইন— Sure Sir.

(ভৰিত বেণ্ডেজ বন্ধা এটা লেংৰা চিপাহীৰ প্ৰৱেশ)

লেংৰা চিপাহী – হুজুৰ।

কামাণ্ডাৰ—ক্যা বাৎ আছে ?

লেংৰা চিপাহী— নালিছ আছে হুজুৰ।

কামাণ্ডাৰ— নালিছ কিছকা উপৰ আছে ?

লেংৰা চিপাহী— এটা গোৰা পল্টন মোক গুলি কৰিছে হুজুৰ।

কামাণ্ডাৰ— গোৰা পল্টনে ? অংৰেজ চিপাহী ? ক্যা ৰাস্তে গুলি কৰিছে ?

লেংৰা চিপাহী— চেৰাপ খাই বিনা কচুৰে মোক গুলি কৰিছে চাহাব !

কামাণ্ডাৰ— I see! চেৰাব পীকে গুলি কৰিছে। বেহুচমে গুলি কৰিছে? তব ত কঈ কচুৰ নাহি আছে।

লেংৰা চিপাহী— কিন্তু কালা চিপাহীয়ে চেৰাপ খাই গোৰা পল্টন গুলি কৰা হ'লে?

কামাণ্ডাৰ— Insubordination! তুমি যাব পাৰে।

লেংৰা চিপাহী— তাৰ কোনো চাজা নহব চাহাব?

কামাণ্ডাৰ—বেগৰ কচুৰ কুই চাজা নাহি আছে।

লেংৰা চিপাহী—ঠিক হেয়।

(প্ৰস্থান কৰে।)

কামাণ্ডাৰ— চুবাদাৰ চাহাব।

চুবাদাৰ— হুজুৰ।

কামাণ্ডাৰ— হিয়ামেভি গৰবৰ চৰু হুৱা। হুচিয়াৰ ৰহেগা। চব'ক উপৰ কাঢ়া নজৰ ৰাখেগা। মালুম?

চুবাদাৰ— মালুম হুজুৰ।

কামাণ্ডাৰ— ঠিক হেই। Good night.

(চুবাদাৰ আৰু হাবিলদাৰে চেলাম দিয়ে। কেপ্টেইন আৰু কামাণ্ডাৰ প্ৰস্থান কৰে।)

হাবিলদাৰ— (ভেঙুচালি কৰি) মালুম? ঠিক হেয়? আচ্ছাচে মালুম। চব ঠিক হেয়।

"কিচিকা চাথ তুম প্যাৰে
মহব্বত কৰ ৰহি হায়।—"

(লাহে লাহে মঞ্চত এন্ধাৰ হৈ আহে।)

চুবাদাৰে হাবিলদাৰৰ গান বন্ধ কৰে)

চুবাদাৰ— হেই! সময় হৈ আহিল।

হাবিলদাৰ— ওঁ আন্ধাৰ ভালদৰেই হৈছে।

(ভয়াবহ পাশ্চাত্য আৰহ সংগীত বাজিবলৈ ধৰে।)

চুবাদাৰ— সিহঁতবোৰ আহি পাবহি লাগিছিল। ঠিক আছে। অলপ দেৰি হলেও ক্ষতি নাই। চাহাবেও চেৰাপত মুখ দিয়ক।

( চুবাদাৰ আৰু হাবিলদাৰ ব্যগ্ৰভাবে দূৰলৈ চাবলৈ ধৰে। হঠাৎ চাহাবৰ বঙলাৰ ফালৰ পৰা সেউজীয়া পোহৰৰ আভা সিহঁতৰ গাত পৰে। সিহঁতে উভতি চায়। সিহঁতে ফুচফুচায় আৰু ইঙ্গিতেৰে কথা পাতে।

এই দৃশ্যৰ প্ৰথমে প্ৰবেশ কৰি প্ৰস্থান কৰা চিপাহীজন পুনৰ প্ৰবেশ কৰে। )

চিপাহী— ( ব্যস্ত ভাবে ) চুবাদাৰ চাহাব।

( তিনিও কাষাকাষিকৈ কথা পাতে )

চুবাদাৰ— চব আহিল?

চিপাহী— আহিল।

চুবাদাৰ— মাল মানুহ — চব?

চিপাহী— চব।

( মঞ্চ একেবাৰে এন্ধাৰ হয়। কেৱল বঙলাৰ সেউজীয়া পোহৰৰ ৰশ্মি দেখা যায়। )

চুবাদাৰ— হাবিলদাৰ চাহাব, কোন ক'ত থাকিব বুজাই দিয়া। হিচাব মাফিক সকলো কাম হ'ব লাগিব। সেইখিনিতে এটা কামান পাতা, গছৰ আৱঁত। সিফালেও এটা পাতা। চব চিপাহীয়ে বন্দুকৰ ঘোৰাত আঙুলি ৰাখিব। মোৰ হুচেইল শুনাৰ লগে লগে ফায়াৰ! যোৱাঁ—

( হাবিলদাৰ আৰু চিপাহীটোৱে চুবাৰমান ওলোৱা সেমোৱা কৰে। লগত কেবাজনো আন চিপাহীও আহে আৰু যায়। ক্ৰমান্বয়ে আবহ সংগীত ভয়াবহ শুনা যায়।

চুবাদাৰ আৰু হাবিলদাৰ, আয়োজন কৰাত যেন ব্যস্ত হৈ পৰে। হাবিলদাৰো প্ৰস্থান কৰে। চুবাদাৰে ইফালে সিফালে চাই হুইচেল বজায়। লগে লগে বন্দুক কামানৰ গৰ্জন আৰম্ভ হয় প্ৰায় দুইমিনিট। ভমক ভমক ৰঙা জুইৰ পোহৰ পৰে। গোৰা পল্টন চাৰিটা বেগেৰে—প্ৰবেশৰ লগে লগে গুলিৰ আৱাজত মাটিত লুটি খাই পৰে। দেশী চিপাহীও ছত্ৰভঙ্গ দিয়ে। কোলাহল, ঘণ্টা-ধ্বনীৰ মাজত বিপুল জয়ধ্বনী শুনা যায়। লগে লগে পট পৰে। )

—পট পৰে—



# সপ্তম পৰিস্থিতি

[ কলিকতাৰ লাটুবাবুৰ ঘৰ। মণিৰামে ভিতৰৰ কোঠা এটাৰ বিছনাত বহি হোঁকা খাই থাকে। মণিৰামক চিন্তান্বিত দেখা যায়। তেওঁৰ লগত থাকে তেওঁৰ ডেকা সহচৰ বাখৰ বৰা। ]

মণিৰাম— বাখৰ বৰা, চাওঁ এটলাখন উলিয়াই আনাছোন!

[ বাখৰ বৰাই হাতপেৰা এটা মেলি নথিপত্ৰৰ মাজৰ পৰা এটলাখন উলিয়াই আনি দেৱানক দিয়ে। দেৱানে চকু ফুৰাই চাব ধৰে। ]

কি অনুচিত দাবী মই কৰিছিলোঁ। চোৱাঁ বৰা, মিল্‌চে কয়— মই হেনো কুটশাল, ফন্দীয়ক, অসন্তোষীয়া। এইবোৰ মোৰহে কাৰচাজী। ৰাইজে হেনো ইয়াৰ ভুকে নাপায়।

বাখৰ— আচলতে কুটশাল ফন্দীয়ক সিহঁতবোৰহে।

মণিৰাম— আৰু চোৱাঁ—বৰলাট চাহাবক দেখাকে কৰিব নোৱাৰি— কোনো প্ৰকাৰে চল কৰিহে দেখা কৰিলোঁ। এটলাখন পঢ়ি মোক কি কলে জানা? "দেশমে লোট যাও, চব ঠিক হো যায়েগা।"

বাখৰ— কি ঠিক হৈ যাব? নিজৰ দেশ আমি নিজে ঠিক কৰি লব লাগিব।

মণিৰাম— ( ধোৱাঁ খাবলৈ এৰি ইফাল সিফাল কৰিবলৈ ধৰে ) দেশতো ঠিক কৰিবাই। কিন্তু পিয়লী বৰুৱা যে আজিলৈকে আহি নাপালে. মোৰ পত্ৰৰ কিবা পয়মাল হ'ল নেকি বাখৰ?

বাখৰ— পত্ৰ নোপোৱাৰ কাৰণ দেখোন নাই, দেৱান ডাঙৰীয়া !

( লগুৱাৰ প্ৰবেশ )

লগুৱা— এজন মানুহে আপোনাক লগ পাব বিচাৰিছিল !

মণিৰাম— বঙালী মানুহ নেকি ? চাওঁ বাখৰ বৰা, তুমি নিজে চাই আহাচোঁন। পিয়লী বৰুৱাও হব পাৰে।

[ বাখৰ আৰু লগুৱাৰ প্ৰস্থান ]

যদি পিয়লী বৰুৱা হয়, তেন্তে মোৰ পত্ৰ নিশ্চয় পাইছে।

[ পিয়লী আৰু বাখৰৰ প্ৰবেশ ]

আহাঁ, আহাঁ বৰুৱা। তুমি বহুদিন জীয়াই থাকিবা। মই তোমাৰ কাৰণে উদ্‌গ্ৰীব নৈ আছিলোঁ। আমো নাই ফৰ্ম্মতিও নাই। বোলো কি হ'ল। সকলো দিহা লগাই আহিছা নহয় ? তুমি বহা বৰুৱা। ( পিয়লী বহে )

পিয়লী— আপোনাৰ পত্ৰ পায়েই সকলো আয়োজন কৰা হৈছে। স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহৰো আশ্বাস পাইছোঁ। চিপাহী চাউনিবোৰত বিদ্ৰোহৰ সঁচ সিচি আহিছোঁ অথোন। সবাহ বৰসবাহ, আদিতো কথা মেলা হৈছে। আমি সাজু হৈয়ে আছোঁ। এতিয়া কেতিয়াকৈ আৰম্ভ কৰিব লাগিব তাৰহে একো উৱাদিহ পোৱা নাই।

মণিৰাম— কিয় তাৰিখ উল্লেখ কৰি পত্ৰ এখন দিছিলোঁ নহয়। তাত দেখোন কেতিয়া কি কৰিব লাগিব সকলো বিতংকৈ লিখা হৈছিল। সেইখন পত্ৰ নাপালা নেকি ?

পিয়লী— তাৰিখ উল্লেখ কৰি ? ক'তা ? তেনে কোনো পত্ৰতো মোৰ হাতত পৰা নাই।

মণিৰাম— সৰ্ব্বনাশ ! সেই পত্ৰ পোৱা নাই ? চাওঁ বাখৰ, চিঠিৰ নকলটো পঢ়ি শুনোৱাচোঁন।

[ বাখৰে নথীৰ এখন চিঠি পঢ়ি শুনায় ]

বাখৰ— "অষ্টোত্তৰ শত উৎপলেৰে ভগৱতী পূজা কৰিব লাগিব। ৰক্তৰ উৎপল প্ৰসস্ত। হিন্দুস্থানত গোড়া পল্টন নায়েই। এইফালে কলগছ হাউলি গৈছে। কাচীও চোকা হৈছে। আমাৰ ফালেও কাচী ধৰাই চোকাকৈ ৰখা ভাল হ'ব। এই ফালে ঘৰ ভাঙিল। সেইফালে ঘৰ সজাবলৈ স্বৰ্গদেৱে গা কৰক। মনত ৰাখিবা, উৎসৱৰ দিন, ১৭৭৯ শক, মহামায়া পূজাৰ অষ্টমী দিনা।"

পিয়লী— ওহোঁ, এই পত্ৰ মোৰ হাতত পৰা নাই।

মণিৰাম— বাখৰ! সেনৰ এজ্ঞাত। পত্ৰ বোধহয় শত্ৰুৰ হস্তগত হ'ল।

বাখৰ— কিন্তু পত্ৰ অতি সাৱধানে পঠোৱা হৈছিল। ভাটো অতি বিশ্বাসী ভাট।

পিয়লী— শিৰোণামা কাৰ নামত লিখা হৈছিল?

বাখৰ— কিয়—? "অসম ৰজা" বুলি।

মণিৰাম— বুজিলোঁ! কায়াৰূপী অসম ৰজাৰ পত্ৰ ছায়াৰূপী অসম ৰজাৰ হস্তগত হ'ল। কথা অলপ গহীন হ'ল যেন পাইছোঁ। (অলপ ভাবি) পালেই যেনিবা হৰনাথে পত্ৰ, ভাবিতো আৰু লাভ লাই। অষ্টমী তিথিলৈকো বেচি দিন নাই। বকুৱা, তুমি এটা কাম কৰা। তুমি সুবিধা পালে আজি বা কালিলৈকে অসমলৈ উভতি যোৱাঁ। অষ্টমী তিথিপালন কৰিবই লাগিব।

পিয়লী— সেয়ে হওক তেনে। ইয়াতোতো মোৰ তেনে কাম-কাজ নাই। মই পাৰিলে তেন্তে ওভতাৰে ব্যৱস্থা কৰোঁ।

[ যাবলৈ উঠে ]

মণিৰাম— (পিয়লীৰ গাত ধৰি) শুনা বকুৱা! আজি পচিছ বছৰ আগতে তুমি এই বগা বঙালৰ কৰাল গ্ৰাসৰ পৰা ৰক্ষা

পৰিছিলা। তোমাৰ দোষ হৈছিল, তুমি দেশ সেৱক বুলি। আৰু পিয়লী ফুকন! তেওঁৰ আত্মাৰ সদগতি হওক। পিয়লী ফুকনৰ ফাঁচীৰ বাবে মোক সকলোৱে দোষাৰোপ কৰিছিল। আজি তেওঁৰ আত্মাই সকলো কথা নিশ্চয় উপলব্ধি কৰিব পাৰিছে। পিয়লী ফুকনৰ প্ৰতি মোৰ কোনো ব্যক্তিগত ক্ষোভ নাছিল। তেতিয়া দেশখন তেনেই ছেদেলি ভেদেলি হৈ আছিল। আমাৰ ভিতৰত জোট নাছিল। এই দুৰ্দান্ত ফিৰিঙিহঁতক মুষ্টিমেয় অসমীয়া জাকে খাবঘৰত জুই দি আঁতৰাব নোৱাৰে। সকলো ৰাইজে মাৰ বান্ধিলেহে সিহঁতক খেদিব পাৰি। সেয়ে মই তেতিয়া মত দিয়া নাছিলোঁ। মই হাঁ কৰোতেই ফিৰিঙিৰ গৰ্ভ দেখিছিলোঁ। দেশৰ অৱস্থা, ৰাজপৰিয়ালৰ খকাখুন্দা—এই বিলাকলৈ চাই মই আগভাগ লোৱা নাছিলোঁ।

ফিৰিঙিহঁতক মই তোষামোদ কৰি চালোঁ, ভালেৰে কৈ চালোঁ—শেহত দাবী জনাই চালো—কিন্তু কোনোমতে সিহঁতক ওহোঁ গুচাই হোঁ কৰিব নোৱাৰিলোঁ।

এইবাৰ বোধহয় গেসোনীয়ে চকু মেলি চাইছে। আই কামাখ্যা মাৱে এইবাৰ বৰ বলি ল'ব। ঈশ্বৰে কৰিলে এই চেষ্টাত অকল অসম নহয়, সমগ্ৰ হিন্দুস্থান মুক্ত হব। দেশত স্বধৰ্ম্ম, স্বৰাজ আৰু স্বতন্ত্ৰ প্ৰতিস্থিত হ'ব।

ইয়াত মোৰ নিজৰ কোনো স্বাৰ্থ নাই। ফিৰিঙিৰ গ্ৰাসৰ পৰা দেশ মুক্ত হলে, অসমৰ বাপতি সাহোন সিংহাসনত আকৌ স্বৰ্গদেউ সকলৰে নাতি-পুতিহে বহিব—তুমি আহাৰ বিশ্ৰাম কৰি সাজু হোৱাগৈ বৰুৱা, যোৱা—

[ পিয়লী বৰুৱাৰ প্ৰস্থান ]

( বাখৰৰ প্ৰতি ) বাখৰ, এইবাৰ দেশৰ ডিঙিত ওলোমা গোলামী পঘাডাল চিঙি পেলাব পাৰিম নে ? ফিৰিঙি-হঁতক দেশৰ পৰা খেদিব পাৰিম নে ?

বাখৰ— আপুনি অস্থিৰ নহব। আপোনাৰ চেষ্টাততো ক'তো ত্ৰুটি হোৱা নাই।

লগুৱা— (প্ৰবেশ কৰি) মানুহ এজন দিল্লীৰ পৰা অহা বুলি ক'লে ! আপোনাক লগ পাব বিচাৰিছিল ।

মণিৰাম— দিল্লীৰ মানুহ ! উকিল আমানুল্লাখাঁৰ মানুহ নেকি ? বাখৰ সসন্মানে তেওঁক ইয়ালৈকে লৈ আহাঁ ।

[ বাখৰ আৰু লগুৱাৰ প্ৰস্থান ]

দিল্লীৰ মানুহ ! পাৎছাৰ মানুহ নেকি ! দিল্লীশ্বৰো বা জগদীশ্বৰো বা। তোমাৰ জয় হওক সম্ৰাট।

( বাখৰ আৰু মুকুণ্ডলালৰ প্ৰবেশ। মণিৰাম আৰু মুকুণ্ডলালে নমস্কাৰ প্ৰতি নমস্কাৰ কৰে )

মণিৰাম— (মুকুণ্ডলালক নিৰিক্ষণ কৰি ) আপোনাৰ পৰিচয় ?

মুকুণ্ডলাল— মই দিল্লীৰ পাৎছাৰ এজন সচীব। মোৰ নাম— মুকুণ্ডলাল ।

মণিৰাম— মই কৃতাৰ্থ হলোঁ। অহাৰ প্ৰয়োজন ?

মুকুণ্ডলাল— পাৎছাই উকিল আজিমুল্লাখাঁৰ মুখে আপোনাৰ প্ৰতিভা আৰু সাহসৰ কথা, সকলো অৱগত হৈছে। হিন্দুস্থানৰ পূৰ্বপ্ৰান্তৰ অসমত আপোনাৰ নিচিনা এজন বিশিষ্ট ব্যক্তিৰ সৈতে যোগাযোগ কৰিবলৈ পাৎছাই বিচাৰি আছিল।

মণিৰাম— ই মোৰ পৰম সৌভাগ্য।

মুকুণ্ডলাল — পাৰিলে পাৎছাই আপোনাক দিল্লীত এবাৰ লগ পাব বিচাৰিছিল ।

মণিৰাম— সচিব চাহাব। দিল্লীৰ পাৎছাৰ দৰ্শন লাভ কৰাতো পৰম সৌভাগ্যৰ কথা। পাৎছাক মোৰ শতকোটি প্ৰণাম জনাব। কিন্তু মই বিপদ মূৰত লৈ ইয়াত আহি অৱস্থান কৰিছোঁহি। এতিয়া দিল্লীলৈ বুলি ৰওণা হব পাৰিম, কিন্তু দিল্লী বোধহয় নাপামগৈ। মই বৰ্ত্তমানে ফিৰিঙিৰ নজৰ বন্দীত আছোঁ।

মুকুণ্ডলাল— বুজিলো! এৰা, এতিয়া এই যাত্ৰা আপোনৰ পক্ষে মঙ্গলজনক নহবও পাৰে।

বাৰু। সম্ৰাটক মই সকলো কথা জনামগৈ। আপুনিও নিশ্চয় উকিল আজিমুল্লাখাঁৰ পৰা বা-বাতৰি পায় আছে। এই যোগসূত্ৰ আপোনাৰ সৈতে অক্ষুণ্ণ ৰাখিবলৈ আমাৰ ফালৰ পৰা ত্ৰুটি নহব!

মণিৰাম— ময়ো পাৰ্য্যমানে এই যোগাযোগ নিশ্চয় অব্যাহত ৰাখিম। অসমৰ প্ৰজা সচাকৈয়ে সুখী হব। অসমৰ প্ৰজায়ো অনুভৱ কৰিব যে ভাৰতৰ স্বাৰ্থৰ লগত অসমৰ স্বাৰ্থ ওতঃপ্ৰোতঃ ভাবে জৰিত!

মুকুণ্ডলাল— পলম কৰাৰ তেনে সকাম নাই। মই আপোনাৰ পৰা বিদায় লব খোজোঁ। ফিৰিঙি আমাৰ প্ৰতিও সদয় নহয়।

মণিৰাম— ( আগুৱাই দি ) ভাল, বিদায় তেনে। ভগবানে আপোনাৰ মঙ্গল কৰক। [ মুকুণ্ডলালৰ প্ৰস্থান ]

বাখৰ!

বাখৰ— দেৱান ডাঙৰীয়া?

মণিৰাম— অসমেও মাউখে উটিব।

বাখৰ— হৈছে ডাঙৰীয়া—

মণিৰাম— মৰিলে স্বৰ্গ, তৰিলে দেশ।

( এনেতে লাটুবাবু উধাতু খাই আহে )

লাটুবাবু—দেৱান, দেৱান। সৰ্বনাশ হ'ল।

মণিৰাম— কি হ'ল লাটুবাবু ?

লাটুবাবু— কেউ আৰ চবুৰ কৰল না। খণ্ডযুদ্ধ চাৰদিগে আৰম্ভ হইয়ে গেছে। সংগঠিত ভাবে লড়াই কৰতে নাপাৰলে, এদেৰ কে-কি চামলে উঠা যাবে ? চব ষড়যন্ত্ৰ পণ্ড হয়ে গেল। ফিৰিঙি এখন পাল্টা আক্ৰমণ চুৰু কৰেছে। কাউকে ছাৰছে না। ছাৰা কলকাতা উলট-পালট হইয়ে গেল। এখন প্ৰাণ বাচান যাবে কি কৰে ?

মণিৰাম— তেন্তে সকলো পণ্ড হ'ল। এতিয়া সাৰিবৰ উপায় ?

বাখৰ— লাটুবাবুৰ সৈতে মই গঙ্গাৰ পাৰলৈ যাওঁ। বৰুৱাকো তাতে লগ পাব পাৰোঁ। নাওঁচাওঁ পাওনে বিচাৰ কৰোঁ। আপুনি ভিতৰতে সাৱধানে থাকক। আমি কলিকতা তুৰন্তে এৰিব লাগিব। বলক লাটুবাবু—

লাটুবাবু— এমন সময় যাওয়াটা কি ভাল হবে ?

( বাহিৰত বুটৰ শব্দ। লগে লগে দুৱাৰত টুকুৰিয়ায় )

[ প্ৰথমে দুজন বন্দুকধাৰী গোড়া চিপাহীৰ প্ৰবেশ ]

লাটুবাবু— বাবাগো ( বুলি লাটুবাবু পাছ দুৱাৰেদি পলাই যায়, বাখৰো পলায়। )

[ লগে লগে ফিৰিঙি কামাণ্ডাৰ আৰু কেপ্টেইন হাতত ৰিভলভাৰ লৈ প্ৰবেশ কৰে। ]

কেপ্টেইন— তুম মণিৰাম দেৱান আছে ?

মণিৰাম— ওঁ ! ময়ে মণিৰাম দেৱান !

কামাণ্ডাৰ— আসামকা আদমি আছে।

মণিৰাম— হয়, মই অসমীয়া।

কেপ্টেইন – You are under arrest। তুমাৰ গিৰিবদাৰী পৰোৱানা আছে।

মণিৰাম— সেইটো তোমালোকক দেখিয়ে বুজিছোঁ। গেৰেপ্টাৰৰ কাৰণ ?

কেপ্টেইন— তুমি বিদ্ৰোহী আছে।

মণিৰাম— তোমালোক ফিৰিঙিৰ আইনমতে মই বিদ্ৰোহী হব পাৰোঁ। কিন্তু মোৰ দেশৰ আইনৰ চকুত মই নিৰ্দ্দোষী।

কামাণ্ডাৰ— তুমাৰ বিচাৰ হ'ব।

মণিৰাম— ভুৱা বিচাৰ। বিচাৰটো কৰিহে মোক ধৰিবলৈ আহিছাঁ।

কেপ্টেইন— Quick !

মণিৰাম— যাব লাগিব ক'লৈ ?

কেপ্টেইন— ফৰ্ট উইলিয়াম যানে পৰেগা।

মণিৰাম— ব'লা চাহাব। ফৰ্ট উইলিয়াম হুক, নৰক হুক—য'লৈকে যাব লাগে, যাবলৈ মই প্ৰস্তুত। তোমালোকৰ বিচাৰত শাস্তিৰ বাবেও মই চিন্তান্বিত নহওঁ। মাত্ৰ মোৰ একমাত্ৰ ইচ্ছা, মোক যেন তোমালোকে মোৰ ওপজা দেশ অসমত মৰিবলৈ সুযোগ দিয়া। তাৰ বাহিৰে মোৰ একো অভিলাষ নাই।

ব'লা চাহাব।

[ কথা পাতি পাতি মণিৰামে কানি-কাপোৰ পিন্ধি লাঠি-ডাল হাতত লয়। আগবাঢ়ি যোৱাৰ লগে লগে দুয়োকাষে দুটা গোৰা চিপাহীয়ে স্থান লয়। কেপ্টেইন আৰু কামাণ্ডাৰ পাছে পাছে যায়। ]

—পট পৰে—

# অষ্টম পৰিস্থিতি

[ দিল্লীৰ দেৱানী খাচৰ ভিতৰ চ'ৰা। বাহাদুৰ, জিন্নত আৰু মুকুণ্ডলাল সকলো ব্যগ্ৰতাৰে একালে বাহিৰলৈ চাই থাকে। মঞ্চৰ পাছ-ভাগে দুজন ৰক্ষী তৰোৱাল তুলি লৈ সন্ত্ৰম হৈ থাকে। আৰহ ৰণ সংগীত সৰুকৈ বজা শুনা যায়। ]

বাহাদুৰ--মুকুণ্ডমাল, ক'তা ? টোপে দেখোন এতিয়াও আহি নাপালে।

মুকুণ্ডলাল— আমাৰ অশ্বাৰোহী সৈন্যই তেওঁক আগবঢ়াই আনিবলৈ গৈছে জাহাঁপনা।

( মীৰ্জা মোগল প্ৰবেশ কৰে )

মীৰ্জা মোগল— ( কুৰ্ণিচ কৰি ) জাহাঁপনা খবৰ আহিছে, তেওঁ হেনো দিল্লী প্ৰবেশ কৰিছে। এইখিনি পাবলৈ আৰু বেচি সময় নালাগিব।

বাহাদুৰ— তেন্তে আহি পাবহি। মই আস্বস্থ হলো। মীৰ্জা-মোগল, তুমি বেগাই যোৱাঁ। তেওঁক আগবঢ়াই লৈ আহাগৈ।

( মীৰ্জামোগলৰ প্ৰস্থান )

বাহাদুৰ— টান্টিয়ে টোপে দায়ীত্ব গ্ৰহণ নকৰিলে এই পৰিস্থিতিত আৰু অন্য উপায় নাই।

মুকুণ্ডলাল— হয় জাহাঁপনা।

জিন্নত— প্ৰথমতেই তেওঁক সকলো ভাৰ দিব লাগিছিল।

বাহাদুৰ— লাগিছিল বেগম। কিন্তু সকলোৰে ইচ্ছা পাৎচাই নামত হলেও দেশৰ প্ৰধান চিপাহ চালাৰ হ'ব লাগে।

জিন্নত— টান্টিয়াটোপেই এতিয়াও এই দায়ীত্ব গ্ৰহণ কৰিব। চিপাহী বিলাকৰ ওপৰত তেওঁৰ যথেষ্ট আধিপত্য আছে বুলি শুনিছোঁ।

বাহাদুৰ— নিশ্চয় থাকিব। টান্টিয়াটোপে আচল চিপাহী; দিল দি দেশক ভাল পায়! দিল দি লড়াই কৰে।

মুকুণ্ডলাল— ( দূৰলৈ জুমি চাই ) টোপে আহি পালে জাহাঁপনা।

( জিন্নতৰ প্ৰস্থান )

বাহাদুৰ— আহাঁ, আহাঁ টোপে, তোমালৈ মই অপেক্ষা কৰি আছোঁ।

( মিৰ্জামোগল আৰু টোপেৰ প্ৰবেশ। দুয়ো কুৰ্ণিচ কৰে )

টোপে— আদেশ কৰক, জাহাঁপনা।

বাহাদুৰ— টোপে, চাৰা হিন্দুস্থানৰ ভাগ্য আজি তোমাৰ হাতত। তোমাক মই সেইবাবে আৰু দায়ীত্ব অৰ্পণ কৰিবলৈ বিচাৰিছোঁ।

টোপে— পাৰ্য্যমানে পাটচাৰ সকলো আদেশ পালন কৰিবলৈ মই অহোপুৰুষাৰ্থ কৰিম।

বাহাদুৰ— মই জানো টোপে। তোমাৰ আন্তৰিকতাত মোৰ অকণো সন্দেহ নাই। টোপে, এই বিদ্ৰোহৰ কিছুমান কু-লক্ষণ পৰিলক্ষিত হৈছে।

টোপে— ময়ো জ্ঞাত হৈছোঁ জাহাঁপনা।

বাহাদুৰ— বিদ্ৰোহৰ আৰত ভীষণ অৰাজকতাই দেখা দিছে। নিৰীহ প্ৰজাই দেশী চিপাহীৰ হাততে নানা জুলুম সহ্য কৰিব লগীয়া হৈছে।

টোপে— যুদ্ধ কালত এনে কুপৰিণাম অৱশ্যাম্ভাবি।

বাহাদুৰ— কিন্তু দেশত অৰাজকতা হব দিব নোৱাৰি। তাক মূৰ-

দাণ্ডি উঠিবলৈ দিব নোৱাৰি।

টোপে— নিশ্চয় নোৱাৰি।

বাহাদুৰ— সেইবাবে তোমাক প্ৰয়োজন। মই হিন্দুস্থানৰ পাৎচা। এই মুহূৰ্ত্তলৈকে ময়ে হিন্দুস্থানৰ প্ৰধান চিপাহ চালাৰ। কিন্তু এতিয়াৰ পৰা তোমাক মই হিন্দুস্থানৰ প্ৰধান চিপাহ চালাৰৰ পদত নিযুক্ত কৰিলোঁ। এতিয়া লৈকে তোমাৰ সকলো প্ৰস্তাব মই সমৰ্থন কৰিব লাগিছিল। আজিৰ পৰা সেই সমৰ্থনৰ কোনো প্ৰয়োজন নহব। তুমি যিহকে উচিত বুজি কৰা, মোৰ তাতে সন্মতি থাকিল বুলি জানিবা। ( বাহাদুৰে টোপেৰ ককালত এখন তৰোৱাল অৰাই দিয়ে। টোপে মূৰ দোঁৱায় )

টোপে— পাৎচাই অৰ্পণ কৰা দায়ীত্ব মই মূৰপাতি গ্ৰহণ কৰিলো।

বাহাদুৰ— হিন্দুস্থানৰ বিপদ কালত তোমাৰ নিচিনা নিৰ্ভীক আৰু নিপুণ সেনানায়ক এজনৰ পূৰ্ণ স্বাধীনতাৰ প্ৰয়োজন। বিশৃঙ্খল চিপাহী বিলাকক পুনৰ সংগঠন কৰাৰ ভাৰ মই তোমাক দিলোঁ! সৈন্য সংগঠন আৰু যুদ্ধ পৰিচালনাত তোমাৰ ওপৰত কোনেও প্ৰশ্ন কৰিব নোৱাৰিব।

আৰু শুনা। আজিৰ পৰা মোৰ পুত্ৰ চাহাজাদা মীৰ্জা মোগলক তোমাৰ অধিনত ৰচলদাৰ নিযুক্ত কৰিলোঁ। তেওঁ আন আন ৰচলদাৰৰে সৈতে তোমাক সৰ্বতোভাবে সহায় কৰিব।

মীৰ্জামোগল—চিপাহ চালাৰক মই মোৰ আনুগত্য নিবেদন কৰিলোঁ।

( টোপেক কুৰ্ণিচ কৰে )

বাহাদুৰ— মুকুন্দলাল। টোপেৰ নতুন নিযুক্তিৰ বিষয়ে সকলো কৰ্ম্মচাৰীলৈ ফটোৱা পঠোৱা।

মুকুন্দলাল — ভাল জাহাঁপনা।

বাহাদুৰ— ফৰমানখন পুনৰ ঢোল কোবাই জাৰি কৰা, যোৱাঁ!

মুকুণ্ডলাল— হুকুম তামিল কৰা হব জাহাঁপনা।

( মুকুণ্ডলালৰ প্ৰস্থান )

বাহাদুৰ— টান্টিয়া টোপে? তুমি আৰু বিলম্ব কৰাৰ প্ৰয়োজন নাই। যোৱাঁ, সকলো ব্যৱস্থা কৰাগৈ।

টোপে— সকলো ব্যৱস্থা হাতত লোৱা হ'ব জাহাঁপনা। এই যুদ্ধত কোনো বাধা বা অন্যায়ক প্ৰৰোচনা দিয়া ন'হব। চিপাহীৰ উশৃঙ্খলতা বন্ধ কৰিব লাগিব, সকলো জুলুমো বন্ধ কৰিব লাগিব। বাদচাহৰ পৰা যেতিয়া হুকুম পালোঁ,—দেশৰ আইন ভঙ্গ কৰিলে বা হুকুম অমান্য কৰিলে স্বয়ং চাহাজাদাও শাস্তিৰ পৰা ৰেহাই নেপাব।

বাহাদুৰ— সেই বিষয়ে, তোমাৰ হুকুমত আপিল নহ'ব।

টোপে— মই তেন্তে বিদায় গ্ৰহণ কৰোঁ?

বাহাদুৰ— যোৱাঁ, মনত ৰাখিবা, ইতিহাসে যেন আমাক পুনৰ ভুল নকৰিবলৈ সাৱধান কৰে। আত্মাহুতি দি দেশৰ স্বাধীনতা পুনৰ অৰ্জন কৰি, অতীতৰ হিন্দুমুছলমানৰ মতানৈক্য, মোগল মাৰাঠাৰ বাদ-বিসম্বাদক পুনৰ স্থান দিবলৈ হলে অত খুন বৰ্বাদি হ'ব। আমাক লাগিব এইবাৰ, অতীতৰ ভুলৰ সমাধিত এখন নতুন সোণৰ হিন্দুস্থান।

( অতি ব্যগ্ৰভাৱে এজন চিপাহীৰ প্ৰবেশ )

চিপাহী— ( কুৰ্ণিচ কৰে ) জাহাপনা, দিল্লী ফিৰিঙিৰ দ্বাৰা আকৌ অৱৰুদ্ধ হৈছে।

বাহাদুৰ— দিল্লী পুনৰ অবৰোধ! চিপাহ চালাৰ?

টোপে— আমাৰ চিপাহীয়ে কৰিছে কি?

চিপাহী— আমাৰ চিপাহীৰ মাজত খেলি মেলি লাগিছে।

টোপে— মই তেনে যাওঁ জাহাঁপনা (কুর্ণিচ কৰে) চাহাজাদা মোৰ লগত আহাঁ। (চিপাহী, মীৰ্জামোগল আৰু টোপেৰ প্ৰস্থান)

( বাহাদুৰে টোপেক কিবা কব খুজিছিল )

বাহাদুৰ— (অলপ বৈ) গ'ল। দিল্লী পুনৰ অবৰুদ্ধ।

( হতাশ হৈ মূৰ জোকাৰে )

( জিন্নতৰ প্ৰবেশ )

জিন্নত— দিল্লী পুনৰ অবৰুদ্ধ! সঠিক খবৰ নহবও পাৰে।

বাহাদুৰ— অতি সঠিক খবৰ বেগম। তাৰ পূৰ্ব লক্ষণ মই আগতে দেখিছিলোঁ।

জিন্নত— টোপে গৈ পালেই সকলো ঠিক হৈ পৰিব। টোপে নিশ্চয় আচল খবৰ পঠাব।

বাহাদুৰ— টোপে ফুৰ্চুত পাব ক'ত? কৰবাত প্ৰকাণ্ড ভুল হৈ গ'ল বেগম! এই ভুলৰ বাবে নিশ্চিত বিজয়েও কিজানি পৰাজয়ৰ গ্লানি আনি দিব। ( অলপ উত্তেজিত হৈ ) কিন্তু মই কি কৰিব পাৰোঁ বেগম? এফালে শক্তিশালী সুশিক্ষিত ফিৰিঙি চিপাহী, আনফালে মোৰ বিশৃঙ্খল চিপাহী। পাল্লা দি পাৰিবা কেনেকৈ? নাই, নাই। মই ফিৰিঙিক আত্ম সমৰ্পণ কৰিম।

জিন্নত— ( যেন দাবি দি ) জাহাঁপনা!

বাহাদুৰ— নকৰোঁ, নকৰোঁ বাৰু। আত্মসমৰ্পণ মই নকৰোঁ। আত্মসমৰ্পণ কৰাতকৈ মই আত্মহত্যা কৰিম। মই ফিৰিঙিক মাৰিহে মৰিম। মোৰ এই বিশাল ৰাজ্য। মোৰ সংখ্যাহীন চিপাহী—চাৰা হিন্দুস্থানৰ মালিক মই!

জিন্নত— আপুনি হিন্দুস্থানৰ মালিক। আপুনি হুমায়ুণ আকবৰৰ বংশধৰ।

বাহাদুৰ— মই হুমায়ুণ আকবৰৰ বংশধৰ। হাঃ হাঃ হাঃ। তুমি ইঁহুৱালা, মোক ইঁহুৱালা বেগম হাঃ হাঃ হাঃ। চাহানচাহ আকবৰ—চাহানচাহ হুমায়ুণ—চাহানচাহ বাহাদুৰ চাহ—হাঃ হাঃ হাঃ········ ( অধিৰ হৈ পৰে )

জিন্নত— জাহাঁপনা, জাহাঁপনা।

বাহাদুৰ— ( প্ৰকৃতস্থ হৈ ) হোঁ ?

জিন্নত— আপুনি এনেদৰে অস্থিৰ নহব! সৰ্ব্বনাশ হ'ব।

বাহাদুৰ— সৰ্বনাশ হ'ব। সৰ্বনাশ হ'ব। সেয়ে মই ভাবিছোঁ, মই আত্মসমৰ্পণ কৰিম। নহলে বেগম ফিৰিঙিৰ গুলিত, মোৰ সোণৰ হিন্দুস্থান ছাই হৈ উৰি যাব। প্ৰজাৰ দুখ-দুৰ্গতিৰ সীমা নাথাকিব। নাই, নাই, মোৰ অবিবেচনাৰ বাবে হিন্দুস্থানৰ প্ৰজাক মই বিনাশ পাব দিব নোৱাৰোঁ। মই প্ৰজাক বচাব লাগিব। মই যে সিহঁতৰ মালিক। সিহঁতে যে মোৰ মুখলৈকে চাই আছে, জিন্নত!

জিন্নত— ( কান্দি দিয়ে ) হাঁই খোদা। এনেকৈ বেহাল হলে, কি যে হ'ব! আপুনি অস্থিৰ নহব জাহাঁপনা। আপোনাৰ যে প্ৰকাণ্ড দায়ীত্ব আছে।

( ব্যস্তভাবে মীৰ্জামোগলৰ প্ৰবেশ )

মীৰ্জামোগল— বাবাজান, বাবাজান, দিল্লী আমাৰ হাতৰ পৰা যাব ধৰিছে।

বাহাদুৰ— দিল্লী যাব ধৰিছে ? দিল্লী পতনৰতো কোনো সংশয় নাছিল!

মীৰ্জামোগল— এতিয়াও দিল্লী ৰক্ষা কৰিবলৈ সময় আছে বাবাজান।

বাহাদুৰ— আছে যদি ৰক্ষা নকৰা কিয় ?

মীৰ্জামোগল — আপুনি এটি বাৰ যুদ্ধ ক্ষেত্ৰত উপস্থিত হ'ব লাগে।

বাহাদুৰ— কিয় ?

মীৰ্জামোগল— তেতিয়া চিপাহীবোৰে প্ৰেড়ণা পাব। তাকে চিপাহচালাৰে কৈ পঠিয়াইছে, বাবাজান।

বাহাদুৰ— প্ৰেড়না পাব, চাহাজাদা? বহু পলম হৈ গ'ল, সকলো গননা ভুল হৈ গ'ল!

মীৰ্জামোগল— কিন্তু চিপাহ চালাৰৰ বিনীত অনুৰোধ!

বাহাদুৰ— চিপাহ চালাৰ নিৰ্ব্বোধ! তেওঁ একো নেজানে। তেওঁক কোৱাঁগৈ, পাছাৎৰ আদেশ, যুদ্ধ বন্ধ কৰক— আত্মসমৰ্পন কৰক!

জিন্নত— (বাহাদুৰক যেন আক্ৰমণ কৰি) আত্মসমৰ্পন? ই হ'ব নোৱাৰে। চাহাজাদা, চিপাহচালাৰক কোৱাঁগৈ, পাৎচা যুদ্ধ ক্ষেত্ৰলৈ যাব ধৰিছে। দেশৰ দোহাই, ধৰ্ম্মৰ দোহাই, কোৰাণৰ দোহাই, জাহাঁপনা আপুনি যাব লাগিব।

মীৰ্জামোগল— তুৰন্তে ব'লক, বাবাজান। সিফালে চিপাহীবিলাকে চিপাহচালাৰৰ হুকুম অমান্য কৰিছে।

বাহাদুৰ— একো কচুৰ কৰা নাই।

মীৰ্জামোগল— চিখ আৰু কাশ্মিৰী চিপাহীয়ে আমাৰ বিৰুদ্ধে যুদ্ধ কৰিছে।

বাহাদুৰ— শুনিলা বেগম, চিখ আৰু কাশ্মিৰক আজাদি নালাগে।

মীৰ্জামোগল— পাতিয়ালা, নাভা আৰু ঝিন্দৰ ৰজাই আৰু স্বয়ং সিন্ধিয়াই ফিৰিঙিৰ লগত লগ লাগিছে।

বাহাদুৰ— ফিৰিঙি যে সিহঁতৰ বুকুৰ কুটুম।

মীৰ্জামোগল— এওঁলোকৰ সৈন্যই আমাৰ সৈন্যক বেচি অত্যাচাৰ কৰিছে।

বাহাদুৰ— ভায়ে ভায়ে হিন্দুস্থানত কটাকটি কৰে চাহাজাদা। যোৱাঁ চাহাজাদা, চিপাহচালাৰক কোৱাঁগৈ মোৰ হুকুম, যুদ্ধ বন্ধ কৰক। আজাদি যদি কাকো নালাগে, তেন্তে

মোৰো প্ৰয়োজন নাই। মই যুদ্ধলৈ নাযাওঁ— কেতিয়াও নাযাওঁ।

জিন্নত— ( কান্দি কান্দি ) ব'লা চাহাজাদা। নবাবৰ মস্তিষ্কৰ বিকৃতি ঘটিছে। তেওঁ বিবেচনা শূন্য হৈ পৰিছে। আমিয়ে যি পাৰোঁ কৰিব লাগিব। টান্টিয়া টোপেক আমিয়ে মদ্দত দিব লাগিব।

( মীৰ্জামোগল আৰু জিন্নতৰ প্ৰস্থান )

বাহাদুৰ— যোৱা, মদ্দত দিয়াগৈ। কোনো লাভ নাই। মই নিজে গ'লেও কোনো ফয়দা নহব। মোৰ দায়ীত্ব মই বুজোঁ। কিন্তু মই মৰসাহ কৰিব নোৱাৰোঁ। ই হিন্দুস্থানবাসীৰ পাপৰ প্ৰায়ঃশ্চিত্ত— হিন্দুমুছলমানৰ ভাতৃবিৰোধৰ উপযুক্ত পুৰস্কাৰ! হিন্দুস্থান আজাদি হ'ব, আজি নহয়— আৰু বহুত জোৱানে জান কোৰ্ব্বানি কৰিব লাগিব। হয়তোৱা এদিন অমৃতৰ পুত্ৰৰ জন্ম হ'ব— হিন্দুস্থানবাসীয়ে ছাৰা পাব— নিজৰ ভুল বুজি পাব— দেশপ্ৰেমে হিন্দুস্থান প্লাবিত কৰিব। কিন্তু আজি নহয়। আজি যুদ্ধ কৰা বুৰ্ব্বকামি। এতিয়া পলায়ণেই বিবেচকৰ কাম! কিন্তু পলাওঁ কলৈ? আশ্ৰয় লওঁ ক'ত?

( ইতিমাধ্য চুচুকচামাক কৰি ইলাহী মীৰ্জাৰ প্ৰবেশ )

ইলাহী— জাহাঁপনা।

বাহাদুৰ— কোন? ইলাহী মীৰ্জা? তোমাক কি লাগে?

ইলাহী— আপুনি পলায়ণ কৰাৰ লাভ নাই, জাহাঁপনা। আপুনি পলাব কিয়? আপুনি যে চাৰা হিন্দুস্থানৰ মালিক!

বাহাদুৰ— তুমি মোক ঠাট্টা কৰিবলৈ আহিছ ইলাহী!

ইলাহী— কেতিয়াও নহয়, জাহাঁপনা। এই গোলামৰ সেই ধৃষ্টতা নাই। মই আপোনাক সেৱা কৰিবলৈ আহিছোঁ। এটা

ভাল খবৰ আনিছোঁ জাহাঁপনা !

বাহাদুৰ— কি ভাল খবৰ ?

ইলাহী— চিখ আৰু গুৰ্খা হাবিলদাৰে আপোনাক সহায় কৰিব।

বাহাদুৰ— মোৰ বিশ্বাস নহয়। তুমি মোক বেইমানী কৰিবলৈ আহিছাঁ।

ইলাহী— সিহঁতে কথা দিছে, জাহাঁপনা। সিহঁতে ফিৰিঙিক ত্যাগ কৰিব। আপোনাক পুনৰ দিল্লীৰ মছনদত প্ৰতিষ্ঠা কৰিব।

বাহাদুৰ—(ইলাহীৰ গাত ধৰি জোকাৰি) সঁচাকৈয়ে কোৱা ইলাহী।

ইলাহী— মই কোচোম কৰি কৈছোঁ জাহাঁপনা।

বাহাদুৰ— সচাঁকৈ কৰিব ? কোৱাঁ, কোৱাঁ ইলাহী। আহ ! ৰঁবা মোক অলপ চামলাই লবলৈ দিয়া। বাৰু, বাৰু ! বাৰু ইলাহী, যদি কৰে তেন্তে মই কি কৰিব লাগিব।

ইলাহী— তেওঁলোকৰ লগত সাক্ষাত হলেই সকলো গম পাব।

বাহাদুৰ— মোক লৈ যোৱাঁ। মই সাক্ষাত কৰিম।

ইলাহী— মই আগতে সিহঁতক খবৰ দি লওঁ। ক'ত সাক্ষাত কৰিব, জাহাঁপনা ?

বাহাদুৰ— সাক্ষাত ? (অলপ ভাবি কানে কানে কয়) সিহঁতক তালৈকে আহিবলৈ দিবা। তাতে ভাল হ'ব। যোৱাঁ, পলম নকৰিবা।

ইলাহী— ভাল জাহাঁপনা।

বাহাদুৰ— (ইলাহীক গাতধৰি আগুৱাই দিয়ে) তুমি মোৰ আচল দোষ্ট, ইলাহী, তোমাৰ উপকাৰ মই কেতিয়াও নাপাহৰোঁ। ইতিহাসত তোমাৰ নাম উজ্বল হৈ ৰ'ব। যোৱা— (কুৰ্ণিচ কৰি ইলাহীৰ প্ৰস্থান)

বাহাদুৰ— (উত্তেজিত হৈ) দুষ্মন ফিৰিঙিৰ দল ! তহঁতক এইবাৰ নাপাত্তা কৰিহে এৰিম। তহঁতে চাবা হিন্দুস্থানৰ মালিক

বাহাদুৰ চাহৰ লগত পাল্লা দিয় ?

তহঁতৰ আস্পৰ্দ্ধা মই ভৰিৰে মোহাৰি পেলাম। তহঁতক দিল্লীৰ মছনদ লাগে, লালকিল্লাত ঝাণ্ডা উৰাব লাগে। দিল্লীৰ লাল কিল্লা তহঁৰতৰ কাৰণে নিৰ্ম্মান কৰিছিল ? নিদিম দিদিম। লাল কিল্লাত তহঁতে হাত লগাব নোৱাৰিবি—দিল্লীৰ মছনদত তহঁতে হাৱা লগাব নোৱাৰিবি। হিন্দুস্থান তহঁতে এৰি যাব লাগিব। "হিন্দুস্থান মে নেহি দোঙ্গা" —"দিল্লী মে নেহি দোঙ্গা" —কভি নেহি দোঙ্গা।

—পট পৰে—



# নৱম পৰিস্থিতি

[ কবৰস্থান। হুমায়ুনৰ কবৰটো ওলাই থাকে। কবৰৰ আগত কেইডালমান মমবতি জলোৱা থাকিব। মঞ্চৰ পোহৰ ক্ষীণ। কবৰৰ আগত বাহাদুৰ চাই নামাজ পঢ়ি থাকে। আৰহ কলিমা শুনা যায়। একাষে দুটা নফৰ ৰহিম আৰু দৌলত মনমাৰি তলমূৰকৈ থাকে। পট উঠে। বাহাদুৰচাই নামাজ শেষ কৰে। মুখত বিষাদৰ ছাঁ। ]

বাহাদুৰ— ৰহিম ?

ৰহিম— জাহাঁপনা !

বাহাদুৰ— জাহাঁপনা বুলি মোক নেমাতিবি। দোষ্ট বুলি মাতিবি। (আকৌ দূৰলৈ চায়) ক'তা ? ইলাহী মীৰ্জাতো অতপৰে নাহিল ! যাছোন তই অলপ আগবাঢ়ি যা। কিন্তু হুচিয়াৰ, ফিৰিঙি দুশ্মনহঁতে চাৰা দিল্লীত আমাক পিয়াপি দি বিচাৰি ফুৰিছে। তোক মোৰ মানুহ বুলি জানিব পাৰিলে চাফ গুলি কৰিব। হুচিয়াৰ চে যাবি। বুজিছ ?

( ৰহিমে লাহে লাহে প্ৰস্থান কৰে )

ইলাহী মীৰ্জা ! বুজিছ দৌলত, ইলাহীমৰ্জা মোৰ কোনোবা জনমৰ দোষ্ট আছিল। ই মোৰ আচল দোষ্ট। ইয়েহে

মোক এই বিপদত সহায় কৰিবলৈ আগবাঢ়ি আহিছে। ইলাহীয়ে পাৰিব, মোক বচাব পাৰিব।

ইলাহী! তোক মই বহুত ইনাম দিম। মই এইবাৰ দিল্লীৰ মছনদত ফেৰ বহিব পাৰিলে তোক মই মোৰ প্ৰধান উজিৰ কৰিম।

ইলাহী, ইলাহী। আজি তোৰ ওপৰত নিৰ্ভৰ কৰিছে দিল্লীৰ মছনদ, হিন্দুস্থানৰ আজাদী, সমগ্ৰ প্ৰজাৰ মঙ্গল, বাহাদুৰচাৰ জিন্দেগি,—আৰু চাহাজাদাহঁতৰ ভৱিষ্যত! (হঠাৎ মনত পৰি) অ চাহাজাদাহঁত? দৌলত!

দৌলত— জাহাঁপনা!

বাহাদুৰ— তই যা। চাহাজাদাহঁতক ক'বি, যেন মোৰ পৰা ইচাৰা নোপোৱালৈকে হুচিয়াৰে তাতে থাকে। ইলাহী আহিলেই মই সিহঁতৰ বন্দোবস্ত কৰিম! যা।

দৌলত— কিন্তু জাহাঁপনা অকলে—

বাহাদুৰ— লগত থাকিয়ে বা তই কি কৰি দিবি দৌলত?

দৌলত— জান থাকে মানে, কোনো দুস্মণে জাহাঁপনাৰ নোমডাল পৰ্য্যন্ত চুব নোৱাৰিব।

বাহাদুৰ—চাবাছ। তই মোৰ চাচ্ছা নফৰ, নিমখ হাৰাম নহয়। হাঁ, নিমখ হাৰামি নকৰিবি। মই তোৰ ওপৰত খুব খুচী দৌলত। কিন্তু তই যা, বেফিকিৰ যা, মোক কোনেও একো কৰিব নোৱাৰে!

(হঠাৎ চিঁয়ৰি) মই দিল্লীৰ পাৎচা! মই হিন্দুস্থানৰ মালিক! মোক কোনোবাই কিবা কৰিব পাৰে? মই ইচাৰা দিলে ফিৰিঙিৰ দল উৰি যাব। মোক চিখে সহায় কৰিব, গুৰ্খায় সহায় কৰিব, ইলাহীয়ে মোক কথা

দিছে, মই দিল্লীৰ মছনদত আকৌ বহিম, বান্দী নফৰে দেৰ— ( বিহ্বল হৈ পৰে )

দৌলত— ( কথাৰ ওপৰতে ) জাহাঁপনা, জাহাঁপনা।

বাহাদুৰ— হোঁ, হোঁ।

দৌলত— ই যে গুপ্তস্থান!

বাহাদুৰ— ( চক খাই ) গুপ্তস্থান, গুপ্তস্থান। মই ইয়াত লুকাই আছোঁ নহয়? ( ইফালে সিফালে চাই ) ই যে গোৰস্থান। হয় হয়, ই গোৰস্থান। ইয়াত সকলো চুপহৈ শুই আছে। বাৰু, বাৰু। মই আৰু হাল্লা নকৰোঁ। একদম চুপ হৈ থাকিম! তই যা, বেগাই যা।

( দৌলতৰ প্ৰস্থান )

( বাহাদুৰে হুমায়ুনৰ কবৰৰ আগাত আঠু লয় ) দাদু চাহাব। তুমি মোৰ দিলৰ কথা চব বুজিছা। মোৰ আৰ্ত্তনাদ নিশ্চয় শুনিছা। দুষ্মন ফিৰিঙিয়ে হিন্দুস্থান চাৰখাৰ কৰি দিলে, সিহঁতে তোমাৰ পৱিত্ৰ মছনদ পৰ্য্যন্ত অপৱিত্ৰ কৰিবলৈ বিচাৰিছে। মই নিদিম, মই নিদিম। প্ৰাণ থাকে মানে মই সিহঁতক তোমাৰ মছনদৰ কাষ চাপিব নিদিম। মই সিহঁতক গুলি কৰিম, মই সিহঁতক নাপাত্তা কৰি পেলাম।

কিন্তু মোৰ শক্তি, ক'ত দাদু চাহাব! মোৰ সৈন্য ক'ত? মোৰ কোষাগাৰ যে সিহঁতে লুট কৰি নিলে।

মোক দোৱা কৰা, তোমাৰ দিগ্বিজয়ী খুনৰ এটা বিন্দু মোক দিয়া, তোমাৰ তৰোৱালেৰে ফিৰিঙিক মই চাফ কৰি দিওঁ।

( আজিজানে প্ৰবেশ কৰে )

আজিজান— পাৰিবা জানো?

বাহাদুৰ — (চক খাই) কোন ? কোন তই ?

আজিজান— মই তোমাৰ সামান্যা প্ৰজা ।

বাহাদুৰ— তই মোৰ প্ৰজা নহৱ, তই গুপ্তচৰ, তই গোৰস্থানৰ ভূত ! গোৰস্থানত তোৰ কাম কি ?

আজিজান— আৰু গোৰস্থানত তুমি কৰিছা কি ?

বাহাদুৰ— মোৰ কৈফিয়ৎ লবলৈ তই কোন ?

আজিজান— তোমাৰ ইমান সন্দেহৰ কোনো কাৰণ নাই । তোমাৰ মই দুশ্মন নহওঁ । বাদচাহৰ মঙ্গলেইতো দেশৰ মঙ্গল ! তোমাক যে আজি একমুহূৰ্ত্তও এইদৰে আতৰি থাকিবলৈ দিব নোৱাৰো ।

বাহাদুৰ— ইমান আপোন ! ইমান দৰদ ! দেশত মোৰতো আজি আপোন বুলিবলৈ কোনো নাই ! চাৰিওফালে কেৱল বিদ্ৰোহী আৰু বেইমান । সৈন্য বিদ্ৰোহী, ৰাজা-মহাৰাজ বিদ্ৰোহী, আমিৰ ওমৰা বিদ্ৰোহী, প্ৰজা বিদ্ৰোহী, ঘৰত বিদ্ৰোহী, পৰত বিদ্ৰোহী ।

আজিজান— ই তোমাৰ ভুল ধাৰণা । দুই এক বিশ্বাসী লোকো থাকিব পাৰে ।

বাহাদুৰ— পাৰে, আছে । ইলাহী মিৰ্জা আছে ।

আজিজান— ইলাহী মীৰ্জাক তুমি ইমান বিশ্বাস কৰিছা কিয় ?

বাহাদুৰ— কাৰণ, ইলাহী মীৰ্জাই বেইমানী নকৰে । সি মোক কথা দিছে ।

আজিজান— কিন্তু তোমাৰ পেটৰ বাচ্ছা, মীৰ্জামোগলক বিশ্বাস নকৰা ?

বাহাদুৰ— চাহাজাদাই মোক বচাব নোৱাৰে ।

আজিজান— পাৰে নে নোৱাৰে, এবাৰ যুদ্ধ ক্ষেত্ৰলৈ গৈ চাব লাগিছিল ।

ৰাহাদুৰ— যোৱাৰ কোনো প্ৰয়োজন নেদেখিলোঁ।

আজিজান— কিন্তু ইলাহীৰ ইচাৰাত তুমি লৰি আহিলা!

ৰাহাদুৰ— ইলাহী মীৰ্জাক তই ইমান অবিশ্বাস কৰিছ কিয়?

(ৰহিমৰ প্ৰবেশ)

ৰহিম— জাহাঁপনা, ইলাহী মীৰ্জা আহিব লাগিছে।

ৰাহাদুৰ— শুন, শুন ঔৰত। ইলাহী মীৰ্জাই জবান কেতিয়াও খালাপ নকৰে। (ইলাহীৰ প্ৰবেশ)

আহাঁ, আহাঁ ইলাহী। তোমালৈ বৈ বৈ মই হাইৰাণ হৈ আছোঁ।

ইলাহী—(আজিজানক কটাক্ষপাত কৰি) কোন এই ঔৰত জাহাঁপনা?

ৰাহাদুৰ— কোনোবা দিল্লীৱালী!

ইলাহী— ইয়ালৈ অহাৰ কাৰণ?

আজিজান— মই নবাবৰ বান্দী।

ইলাহী—(পৰিহাসৰ সুৰত) অ! প্ৰভুভক্ত প্ৰজা।

ৰাহাদুৰ— (ইলাহীৰ গাত ধৰি) চব ঠিক ইলাহী মীৰ্জা?

ইলাহী— চব ঠিক জাহাঁপনা! চৰ্দাৰ সকলে আপোনাৰ সকলো সুবন্দোবস্ত কৰি দিব।

ৰাহাদুৰ— চাবাছ, বহুত চাবাছ! ইলাহী, ইলাহী তোমাৰ উপকাৰ মই চাৰা জীৱন নাপাহৰোঁ। আজি একমাত্ৰ তুমি মোক ত্যাগ কৰা নাই। ই তোমাৰ মেহেৰবানি- ই তোমাৰ অসীম দয়া। হিন্দুস্থান ফেৰ আজাদী হলে, তোমাৰ আসন হব, মোৰ মছনদৰ সোঁ হাতে। ইলাহী তুমি মোৰ কত জনমৰ দোষ্ট, তুমি চাৰা হিন্দুস্থান দোষ্ট।

[আলিঙ্গন কৰে; লগে লগে ফিৰিঙি কামাণ্ডাৰ দুজন চিপাহীসহ প্ৰবেশ কৰে। বাহাদুৰ চক খাই আতৰি যায়।]

কামাণ্ডাৰ— জৰুৰ, জৰুৰ। ইলাহী চাৰা হিন্দুস্থানকি দোষ্ট আছে। ইলাহী মীর্জা বহুত ঠিক আদমি আছে।

[ইলাহীৰ পিঠিত চপৰিয়ায়। ইলাহীয়ে চাহাবক চেলাম দিয়ে। বাহাদুৰ হতবম্ব হয়]

ইলাহী— চিপাহী, এই ঔৰত।

[চিখ চদ'াৰ আজিজানৰ কাষ চাপে।]

আজিজান--জাহাঁপনা, এৱেঁই আপোনাৰ পৰম বিশ্বাসী ইলাহীমীর্জা। কিন্তু ইলাহী মীর্জা! তোমাৰ মঙ্গল নহ'ব। তুমি খোদাৰ গজপত পৰিবা। তোমাৰ মীর্জাফৰৰ দলে, শত চেষ্টা কৰিও আজাদীৰ এই জুই নুমুৱাব নোৱাৰিবা। সেই জুইত তোমালোক পুৰি চাই হৈ যাবা। লগতে তোমালোকৰ মালিক এই ফিৰিঙিৰ দলো নাপাত্তা হৈ যাব। হিন্দুস্থান প্ৰথম স্বাধীনতাৰ যুদ্ধত হিন্দুস্থানবাসীয়ে পৰাজিত হ'ল।

থৰ লাগি কি চাই আছা জাহাঁপনা, তুমি কি বুজা নাই, তুমি বন্দী?

[উচাত মাৰি প্ৰস্থান। চিপাহীজনো লগতে যায়॥ ৰহিম আতৰি পৰে]

বাহাদুৰ— কি? তোমালোকে মোক বন্দী কৰিছা? নিমখ হাৰাম, বেইমান (বুলি ইলাহীলৈ খেদা মাৰে। কামাণ্ডাৰে বাধা দিয়ে। বাহাদুৰে কপাল চপৰিয়াই মাটিত বহি পৰে। পুনৰ উঠে) উদ্ধত ফিৰিঙি। তহঁতৰ এই ঔদ্ধত্বৰ পৰিণাম আজি নহলেও এদিন পাবিয়ে পাবি। মনত ৰাখিবি, হিন্দুস্থানৰ মছনদত হিন্দুস্থানৰ মানুহ বহিব—ফিৰিঙি নহয়।

[এনেতে দুজন গোৰা চিপাহীয়ে জিন্নত বেগমক লৈ প্ৰবেশ কৰে। লগত আহে ফিৰিঙি কেপ্টেইন।

বাহাদুৰচাহক দেখিয়েই জিন্নতে 'জাহাঁপনা' বুলি মাটিত পৰি যায়, কান্দিবলৈ ধৰে। বাহাদুৰচাহে জিন্নতলৈ চাই হতবম্ব হৈ পৰে।)

কেপ্টেইন— The Begum was still conducting the operation.

বাহাদুৰ— নছিব বেগম, সকলো নছিব। আমিৰ ওমৰাৰ গাত দোষ নাই, চিপাহ চালাৰৰ গাত কোনো কচুৰ নাই, চিপাহী, প্ৰজা, কাৰো কচুৰ নাই। সকলো তকদিৰ, খোদাৰ মৰ্জি।

কামাণ্ডাৰ— কুই আপচোছ কা বাত নহি আছে বেগম চাহেবা। হামিলোক নবাব আউৰ বেগম চাহেবাকো অচ্ছা বন্দবস্ত কৰিব। আভি হিন্দুস্থানকা মচুম বহুত গৰম আছে। থোৰা আৰামকা ৰাস্তে হামিলোগ তুনোকো বাৰ্মা ভেজিব।

বাহাদুৰ— কি, তোমালোকে মোক নিৰ্বাসিত কৰিবা? দোহাই চাহাব, মোক হিন্দুস্থানৰ পৰা বহিঃস্কৃত নকৰিবা, মোক হিন্দুস্থানৰ ভিতৰত যি খুচি তাকে কৰা। এই বৃদ্ধক এইখিনি মেহেৰবাণী কৰা চাহাব।

জিন্নত— আজি হিন্দুস্থানৰ বাদচাই ফিৰিঙিক ভীক্ষা খুজিবলগীয়া হ'ল! এবাৰ আপুনি যুদ্ধক্ষেত্ৰলৈ নগ'ল কিয়? চাহাজাদাৰ কথা নুশুনিলে কিয়?

বাহাদুৰ— চাহাজাদাৰ কথা! অ' চাহাজাদাহঁত ক'ত? জিন্নত মোৰ চাহাজাদাহঁত?

[ অস্ত্ৰশস্ত্ৰ বিহীন মীৰ্জা মোগলৰ লগত তেওঁতকৈ সৰু আৰু দুজন চাহাজাদাৰ প্ৰবেশ। লগত গুৰ্খা আৰু শিখ চৰ্দাৰ আৰু গুৰ্খা আৰু শিখ চিপাহী। সৰু দুজন চাহাজাদাৰ এজনে মাকক আম্মাজান

[ আৰু আনজনে বাপেকক বাবাজান বুলি চিয়ৰি সাৰতি ধৰে। মীৰ্জা মোগলে চকু মচিব ধৰে। ]

শিখ চৰ্দাৰ— চাহাজাদাহঁত আৰামচে লুকাই আছিল, হুজুৰ।

কামাণ্ডাৰ— I see! বাপকা বেটা আছে।

মীৰ্জামোগল— ভাইজান দুটাক এৰি দিয়া চাহাব। সিহঁত যে দুধৰ বাচ্ছা! সিহঁতে কোনো কচুৰ কৰা নাই।

কামাণ্ডাৰ— লেকিন জ্যাদা পিয়াৰ আচ্ছা নাহি আছে।

বাহাদুৰ— ঠিক আছে। সিহঁতকো আমাৰ লগতে দেশান্তৰ কৰা।

কামাণ্ডাৰ— নাই, নাই, নাই। চাহাজাদালোককো আৰ্চ্ছা তৰপ বন্দবস্ত হ'ব— কুই ফিকিৰ নাই আছে। come here চাহাজাদা।

( কামাণ্ডাৰে দুয়োটা শিশুকে মাক-বাপেকৰ পৰা কাঢ়ি নিয়ে। সিহঁতে কান্দে, জিন্নতে কান্দে।

জিন্নত— সিহঁতক বুকুৰ পৰা আজুৰি নিনিবা চাহাব, মোৰ সহ্য নহয়।

কামাণ্ডাৰ— No time should be wasted চৰ্দাৰ চাহাব, ইন লোককা আচ্ছা তৰপ লে যাও।

( তৎক্ষণাত দুজন চিপাহী, দুজন চৰ্দাৰ আৰু কেপ্টেইনে লৈ যাব ধৰে। সকলোৰে কান্দোনৰ ৰোল। )

মীৰ্জামোগল— ( যাওঁতে কৈ যায় ) কোনে হুকুম দিব লাগিছিল, আজি কোনে হুকুম দিয়ে বাবাজান। এবাৰ যদি যুদ্ধক্ষেত্ৰলৈ গ'লা হয়।

[ চাহাজাদা, চৰ্দাৰ কেপ্টেইন আৰু চিপাহীৰ প্ৰস্থান ]

জিন্নত— (নিয়াৰ লগে লগে) সিহঁতক কলৈ নিয়ে জাহাঁপনা ? জাহাঁপনা, জাহাঁপনা।

[ কান্দি বাহাদুৰৰ ভৰি দুখনত ধৰি মাটিত বাগৰি পৰে। চিঁয়ৰত গছৰ পাত সৰায়। ]

বাহাদুৰ— (জিন্নতৰ গাত দি তুলিবলৈ চেষ্টা কৰে) তুমি উঠা বেগম। মোৰ কাষত থিয় হোৱা। মই থাকোঁতে চাহাজাদা-হঁতক একো কৰিব নোৱাৰে।

[ এনেতে তিনিজাই গুলি শুনা যায়। ]

বাহাদুৰ— ( আকৌ জিন্নতক তুলিবলৈ বিচাৰি ) গুলি, গুলি। গুলি ছুটিল বেগম। এই গুলি বন্ধ নহয়। তুমি উঠা। এই গুলিৰ আৱাজত দিল্লীৰ মছনদ কঁপি যাব, চাৰা হিন্দুস্থান তোলপাৰ লাগিব। খোদা, খোদা, তুমি আচমানৰ পৰা চাই থাকা, মই ফিৰিঙিক নাপাত্তা কৰি দিওঁ। (উভতি চাই) চাহাজাদাহঁত ক'ত? চাহাব? ইলাহী—

( ইলাহীৰ ওচৰ চাপে )

ইলাহী— চাহাজাদাহঁত শূণ্যত মিলি গ'ল।

বাহাদুৰ— (ইলাহীক টেটুত চেপি ধৰি) বেইমান, কুকুৰ। চাহা-জাদাহঁতক কি কৰিলি!

[ বাহাদুৰে আৰ্ত্তনাদত কঁপিবলৈ ধৰে। লগে লগে জিন্নত মাটিত ধাচ কৰে পৰি যায়। কামাণ্ডাৰে ইলাহীক মোকলাই দিয়ে। ইলাহী আঁতৰি যায়। বাহাদুৰে কঁপিবলৈ ধৰে। কেপ্টেইন চৰ্দাৰ দুজন আৰু চিপাহী কেইটা পুনৰ প্ৰবেশ কৰে। ]

কামাণ্ডাৰ - ( জিন্নতৰ কাষলৈ গৈ ) বেগম খতম?

কেপ্টেইন— ( জুমি চাই ) No sir!

কামাণ্ডাৰ — ঘাব্‌ৰা গিয়া। দুনোকো লে চল। ( প্ৰস্থান )

[ বাহাদুৰে থৰক বৰককৈ জিন্নতৰ কাষত আঁঠুকাঢ়ি বহে। চিপাহী, চৰ্দাৰ, কেপ্টেইন প্ৰত্যেকে বন্দুক ৰিভলভাৰ লৈ বাদচাহ আৰু বেগমৰ ফালে টোৱায় কৰুণ যন্ত্ৰ সংগীত বাজি উঠে। লগে লগে দূৰত ·· ······· ··আজান শুনা যায়। ]

বাহাদুৰ—( জিন্নতৰ হাত এখন দুয়োহাতৰ মাজত লৈ ) জিন্নত, জিন্নত, উঠা।········· আজান দিছে। নামাজৰ সময় হ'ল। দাদুইঁতৰ বাবে, বাবাজানৰ বাবে, চাহাজাদাইঁতৰ বাবে হিন্দুস্থানৰ তামাম চহিদ সকলৰ বাবে আমি চাৰা জীৱন নামাজ পঢ়িম। তুমি উঠা জিন্নত।

—যৱনিকা—